# আমেৰিকান মিছনেৰীসকল
# আৰু
# উনবিংশ শতিকাৰ অসম



হেৰম্বকান্ত বৰপূজাৰী





অসম সাহিত্য সভা

জ্ঞানদাভিৰাম বৰুৱা স্মাৰক-বক্তৃতা

# আমেৰিকান মিছনেৰীসকল
# আৰু
# ঊনবিংশ শতিকাৰ অসম



ড° হেৰম্বকান্ত বৰপূজাৰী



অসম সাহিত্য সভা

# AMERICAN MISSIONARIES AND THE NINETEENTH CENTURY ASSAM

A Series of lectures, delivered by Dr. Herambakanta Barpujari, in memory of Late Jnanadabhiram Barooah on occasion of his birth centenary, celebrated by Asam Sahitya Sabha and published by Sri Satish Chandra Choudhury, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat- 1

Price Rs. Twenty Five only.

প্ৰকাশক : সতীশচন্দ্ৰ চৌধুৰী □ প্ৰধান সম্পাদক, অসম সাহিত্য সভা □
□ চন্দ্ৰকান্ত সন্দিকৈ ভৱন □ যোৰহাট ॥



প্ৰথম প্ৰকাশ □ জানুৱাৰী □ ১৯৮৩ ॥
দ্বিতীয় প্ৰকাশ □ মে' □ ১৯৯৪ ॥
ছপাশাল □ জয়া প্ৰেছ □ গুৱাহাটী- ৩ ॥

মূল্য □ ২৫'০০ টকা মাত্ৰ ॥

দ্বিতীয় সংস্কৰণৰ প্ৰসংগত

## প্ৰধান সম্পাদকৰ এষাৰ

"আমেৰিকান মিচনেৰী আৰু উনবিংশ শতিকাৰ অসম" নামৰ গ্ৰন্থখন ১৯৮৩ চনতে সভাই প্ৰকাশ কৰিছিল। উনবিংশ শতিকাৰ মহৎ মনীষা জ্ঞানদাভিৰাম বৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰসিদ্ধ ইতিহাসবিদ ড° হেৰম্বকান্ত বৰপূজাৰীয়ে ১৯৮১ চনত প্ৰদান কৰা বক্তৃতালানিৰ সংকলিত কৰা এই গ্ৰন্থখনে পঢ়ুৱৈ সমাজৰ পৰা বিশেষ সমাদৰ লাভ কৰিছে। যোৱা ছয় বছৰমান ধৰি গ্ৰন্থখন বজাৰত নাইকীয়া হোৱাৰ উপৰিও দুয়োখন বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলৰ তাগিদাত সভাৰ ১৯৯০-৯১ বৰ্ষৰ প্ৰকাশন সমিতিয়ে ইয়াৰ পুনৰ মুদ্ৰণৰ সিদ্ধান্ত কৰে। বিশেষ অসুবিধাবশতঃ গ্ৰন্থখনিৰ ছপা কাম বন্ধ হৈ থকা বাবে ইয়াক পাঠক সমাজৰ হাতত আমি সময়মতে তুলি দিব নোৱাৰিলোঁ।

গ্ৰন্থখনি প্ৰকাশৰ ক্ষেত্ৰত আমাক সৰ্বতোপ্ৰকাৰে দিহা-পৰামৰ্শ আগবঢ়োৱাৰ বাবে সভাৰ ১৯৯০-৯১ বৰ্ষৰ সভাপতি শ্ৰীযুত নৰকান্ত বৰুৱা দেৱৰ ওচৰত আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

সহকাৰী সম্পাদক শ্ৰীমুকুল হাজৰিকা আৰু দীপক কাকতিয়ে ছপাশালৰ লগত যোগাযোগ কৰাৰ লগতে প্ৰয়োজনীয় নথি আদিৰে আমাক সহায় কৰিছে। তেওঁলোকলৈ আমাৰ ধন্যবাদ ৰল। গুৱাহাটীৰ জয়া প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীসাগৰ গোস্বামী তথা কৰ্মচাৰী বৃন্দই আগবঢ়োৱা সহায়ৰ কথাও এই প্ৰসংগতে উল্লেখ কৰিলোঁ।

গ্ৰন্থখনে পূৰ্বৰ দৰে পাঠক সমাজৰ পৰা সমাদৰ পালে আমি অতিশয় আনন্দিত হম।

শ্ৰীসতীশচন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

১৭ মে' ১৯৯৪
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট- ৭৮৫০০১

## ।। আগকথা ।।

স্বৰ্গীয় জ্ঞানদাভিৰাম বৰুৱাৰ স্মৃতি ৰক্ষাৰ্থে ১৯৮১ চনৰ জানুৱাৰী মাহত অসম সাহিত্য সভাই এলানি বক্তৃতা দিবলৈ আমাক ভাৰ দিয়ে। সেই বক্তৃতামালাই এই পুথিৰ ঘাই বিষয়বস্তু ।

ওঠৰ শতিকাৰ শেষছোৱাত ৰাজপৰিয়ালৰ গৃহকন্দল, মোৱা-মৰীয়া বিদ্ৰোহ আৰু সঘনাই হোৱা মানৰ আক্ৰমণত আহোম শাসনযন্ত্ৰ সোলোক-ঢোলোক হৈ পৰাৰ মুখত পৰিল । ৰাজ্যৰ ঠায়ে ঠায়ে স্বয়ম্ভু ৰজাৰ আবিৰ্ভাৱ হ'ল আৰু একে সময়তে কাষৰীয়া পৰ্বতীয়া জনজাতিসকলেও ভৈয়ামৰ একোছোৱাক অধিকাৰ কৰিলেহি । প্ৰকৃততে মানদেশৰ আলুংপায়া ফৈদে আদিৰে পৰা পূৰ্বভাৰতলৈকে ৰাজ্য-বিস্তাৰৰ অভিলাস কৰিছিল । বদন বৰফুকনৰ আমন্ত্ৰণতে সিবি-লাকে সুযোগ লৈ অসম সোমালহি আৰু লগে লগে ৰাজপৰিয়ালৰ জনদিয়েক বংগদেশত আশ্ৰয় ল'লেগৈ । দেশত অৰাজক হ'ল । মানহঁতে অসমীয়া প্ৰজাক নানান অত্যাচাৰ উৎপীড়ন আৰু শোষণ কৰি পাছলৈ এজন পুতলা ৰজা পাতি নিজেই শাসন চলাবলৈ ধৰিলে । সীমান্তৰ চিংফৌ-খাম্টিহঁতেও ভূতৰ ওপৰত দানহ পৰাদি মানহঁতৰ লগ লাগি ভৈয়ামৰ মানুহক মাৰি-কাটি খান্তাং কৰি দ'ল-দেৱালয় লুটপাত কৰি দেশ চাৰখাৰ কৰিলে । ভাগ্যে সময়মতে ডেভিড স্কটচাহাবৰ অধিনায়কত্বত কোম্পানীৰ ফৌজ অসম সোমালহি— নোহোৱা হ'লে হয়তো ই মানদেশৰে অংগৰাজ্য হ'লহেঁতেন নাইবা ভৈয়ামৰ একোছোৱা চিৰকালৰ কাৰণে কাষৰীয়া পৰ্বতীয়া জনজাতি-সকলৰ কবলত পৰিলহেঁতেন ।

কোম্পানীৰ ফৌজে মানহঁতক খেদাই খাম্টি-চিংফৌসকলক বশীভূত কৰি ৰাজ্যত নিৰাপত্তা ঘূৰাই আনিলে । কোম্পানী-বৈৰী মণিৰাম দেৱানৰ লিখনিৰ পৰাই বুজা যায় যে, অসহায় অসমীয়া প্ৰজাই



কোম্পানীৰ ফৌজক সমাদৰ কৰি সিবিলাকৰ শাসনকে সৰ্বান্তকৰণে গ্ৰহণ কৰিলে । শাসনভাৰ লৈয়ে কোম্পানীৰ বিষয়াকেইজন এটা সমস্যাৰ সন্মুখীন হ'ব লগা হয়—সুনিপুণ নহ'লেও অন্ততঃ কাম চলাব পৰা সহকাৰী কৰ্মচাৰীৰ অভাৱ । অৱশ্যে পোনতে তেওঁলোকে অসমীয়া প্ৰজাৰ অভাৱ-অভিযোগ আৰু আশা-আকাংক্ষা বুজিব পৰা আগৰ আমোলৰ ঘাই বিষয়াসকলৰ ওপৰতে নিৰ্ভৰ কৰিছিল কিন্তু ন-শাসনৰ আওভাও নজনা—বিশেষকৈ লিখা-পঢ়া নজনা বাবে ডা-ডাঙৰীয়াসকল চৰকাৰী কামৰ একেবাৰে অলায়ক হ'ল । গতিকে কাষৰীয়া বংগদেশৰ আমোলা আহি সিবিলাকৰ ভাষাৰে চৰকাৰী কামকাজ চলোৱাৰ ব্যৱস্থা কৰা হয় । আকৌ অসমীয়া ডেকাচামৰ ভৱিষ্যৎ নিয়োগৰ অৰ্থে শিক্ষা দিবৰ কাৰণে নতুনকৈ পতা স্কুলসমূহতো বংগ ভাষাতে শিক্ষাদানৰ আৰম্ভ হয় । ইয়াৰবাবে অসমীয়া ভাষা-সাহিত্য একেবাৰে লোপ পোৱাৰে সম্ভাৱনা হ'ল ।

পৰ্বতীয়া জনজাতিসকলে সাময়িকভাৱে সেও মানিলেও তেওঁলোকক সম্পূৰ্ণভাৱে দমন কৰি শ শ মাইল জোৰা সীমান্তৰ নিৰাপত্তা ৰক্ষা কৰা কষ্টসাধ্য হৈ পৰিছিল । বাহুবলতকৈ যীশুৰ বাণীৰে দুৰ্দান্তসকলৰ অন্তৰ জিনি বশীভূত কৰা শ্ৰেয় বুলি ভাবি গৱৰ্ণৰ-জেনেৰেলৰ এজেন্ট স্কট্ চাহাবে গাৰোপাহাৰৰ শিঙিমাৰীত বংগ-দেশৰ শ্ৰীৰামপুৰ মিছনেৰীৰ সহায়ত এখন স্কুল পতাৰ চেষ্টা কৰে । সেই একে উদ্দেশ্যে ১৮৩৫ চনৰ আদিভাগত কমিছনাৰ জেনকিন্স চাহাবে শদিয়াত এটা মিছন পতাৰ কাৰণে আমেৰিকাৰ বেপ্টিষ্ট মিছনলৈ আমন্ত্ৰণ জনায় । বেপ্টিষ্টসকলে ইয়াক সাদৰে গ্ৰহণ কৰিলে—সিবিলাকৰ উদ্দেশ্য আছিল শদিয়াত খোপনি পুতি সীমান্তৰ সিপাৰৰ চীন সাম্ৰাজ্যলৈকে যীশুৰ বাণী প্ৰচাৰ কৰা । মূল উদ্দেশ্য—চীন মিছন সফল নোহোৱাত বেপ্টিষ্টসকলে অসমৰ ভৈয়াম, জনজাতি আৰু পৰ্বতীয়া অঞ্চলত ধৰ্মপ্ৰচাৰ কৰিবলৈ যত্নপৰ হয় ।

আমেৰিকাৰ বেপ্টিষ্টসকলৰ অসম আগমন, ধৰ্মপ্ৰচাৰ, ফলাফল আৰু

সিবিলাকৰ অৱদান সম্পৰ্কে এই পুথিত থূলমূলভাৱে দিয়া হৈছে। কোম্পানীৰ আমোলৰ লুপ্তপ্ৰায় অসমীয়া ভাষাক তেওঁলোকে কিদৰে স্ব-স্থানলৈ পুনৰুদ্ধাৰ কৰি ইয়াৰ উন্নতিকল্পে যৎপৰোনাস্তি চেষ্টা কৰিছিল—এই বিষয়েও আলোচনা কৰা হৈছে। খ্ৰীষ্টীয় বুৰঞ্জী-সাহিত্য বেপ্টিষ্টসকলৰ ডাঙৰ অৱদান। ইয়াৰ আলমতে উনবিংশ শতিকাৰ অসমৰ সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক বুৰঞ্জীৰো কিছু আভাস দিয়া হৈছে।

এই পুথিৰ মূল সমলসমূহ ভিন ভিন মিছনৰ চিঠি-পত্ৰ, ভ্ৰমণ-কাহিনী, সমসাময়িক পুথি-পাঁজি, সংবাদ-পত্ৰ, পত্ৰিকা প্ৰভৃতি আমেৰিকা যুক্তৰাজ্যৰ পেন্সিলভেনিয়াৰ বেপ্টিষ্ট ইন্টাৰনেচনেল (Baptist International) ৰচেষ্টাৰৰ কলগেট স্কুল অৱ ডিভিনিটি (Colgate School of Divinity) আৰু উত্তৰ-পূৱ ভাৰতৰ বেপ্টিষ্ট কাউন্সিলৰ (CBCNEI) গুৱাহাটীস্থ কেন্দ্ৰীয় কাৰ্যালয়ৰ নথি-পত্ৰ, দপ্তৰ আৰু গ্ৰন্থাগাৰসমূহৰ পৰা সংগ্ৰহ কৰা হৈছে। এই সকলোৰে কৰ্তৃপক্ষ আৰু কৰ্মীবৃন্দৰ আন্তৰিকতাপূৰ্ণ সহযোগৰ বাবে আমি অতিশয় কৃতজ্ঞ। সম্প্ৰতি এনে এটা সংবেদনশীল (sensitive) বিষয়ে গৱেষণা বা সমল সংগ্ৰহৰ কাৰণে বিদেশলৈ যাবলৈ চৰকাৰী পাৰ-পত্ৰ পোৱাও সহজ নহয়। এইটো সম্ভৱপৰ হ'ল—একালত ভাৰত চৰকাৰৰ শিক্ষা আৰু সংস্কৃতি দপ্তৰৰ ৰাজ্যমন্ত্ৰী শ্ৰীমতী ৰেণুকা দেৱী বৰকটকী আৰু তেখেতৰ সহকাৰী সচিব শ্ৰীঅশোক শইকীয়াৰ সহায়-সহযোগত। এই দুয়োজনাকে আমাৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ। শ্ৰীইমদাদ উল্লাহ আৰু যাইকৈ শ্ৰীৰাধিকামোহন ভাগৱতীয়ে পাণ্ডুলিপিখন তৈয়াৰ কৰোঁতে সহায় কৰাত তেখেতসকলকো ধন্যবাদ জনাইছোঁ। সৰ্বশেষত অসম সাহিত্য সভাৰ সুযোগ্য প্ৰধান সম্পাদক ড° নগেন শইকীয়াই কিতাপখন প্ৰকাশৰ ভাৰ লোৱাত তেখেতলৈকো আমাৰ শলাগৰ শৰাই আগবঢ়াইছো।

গুৱাহাটী
২৪ ফেব্ৰুৱাৰী, ১৯৮৩ খ্ৰী°

শ্ৰীহেৰম্বকান্ত বৰপূজাৰী

## প্ৰধান সম্পাদকৰ এষাৰ

আধুনিক অসমীয়া ভাষাৰ ত্ৰাণ-কৰ্তা আৰু প্ৰতিষ্ঠাতাস্বৰূপে উনবিংশ শতিকাত অসমলৈ অহা আমেৰিকাৰ বেপ্টিষ্ট মিছনেৰীসকলে গ্ৰহণ কৰা ভূমিকা অসমীয়া, ভাষা সাহিত্য তথা জাতীয় জীৱনৰ ইতিহাসত চিৰ-স্মৰণীয় হৈ থাকিব। আহোম-ৰাজত্বৰ বেলি মাৰ যোৱাৰ লগে লগে অসম মুকলো কালৰ পৰাই অন্ধকাৰাচ্ছন্ন হৈ পৰাৰ সময়ত খ্ৰীষ্টধৰ্মৰ বন্তি জ্বলাবলৈ অহা মিছনেৰীসকলেই আমাৰ ভাষাৰ অন্ধকাৰ দূৰ কৰাৰ দায়িত্বও ল'বলগীয়া হ'ল। তেওঁবিলাকৰ যত্ন আৰু সেৱা অবিহনে আজিৰ অসমীয়া ভাষাৰ অৱস্থিতি অকল্পনীয় হ'লহেঁতেন। কিন্তু, এই যুগটিৰ সম্পৰ্কে যেনেভাৱে অধ্যয়ন হ'ব লাগিছিল তেনেভাৱে গভীৰ আৰু বিস্তৃত অধ্যয়ন হোৱা নাই।

অসম সাহিত্য সভাৰ পক্ষৰপৰা ১৯৮১ চনত "অসমীয়া ভাষা-সাহিত্যলৈ মিছনেৰীসকলৰ অৱদান" নামেৰে ড° বাণীকান্ত শৰ্মাৰ দ্বাৰা এখনি পুথি প্ৰণয়ন কৰাই প্ৰকাশ কৰা হয়। আমাৰ সাহিত্যৰ বুৰঞ্জীসমূহত থকা বিৱৰণৰ পিছত এইখনেই হ'ল এই বিষয়ৰ প্ৰথম পুথি।

১৯৮০ চনত অসম সাহিত্য সভাৰ পক্ষৰ পৰা সভাৰ প্ৰাক্তন সভাপতি স্বৰ্গীয় জ্ঞানদাভিৰাম বৰুৱাৰ জন্ম-শতবৰ্ষপূৰ্ণ হোৱাৰ উপলক্ষে ১৯৮১ চনৰ জানুৱাৰী মাহত এলানি স্মাৰক-বক্তৃতাৰ আয়োজন কৰা হয় আৰু এই বক্তৃতালানিৰ বিষয় নিৰূপণ কৰা হয়—"আমেৰিকান মিছনেৰী-সকল আৰু উনবিংশ শতিকাৰ অসম।" আধুনিক অসমৰ অন্যতম অগ্ৰণী ইতিহাস-প্ৰণেতা, অসম সাহিত্য সভাৰ বুৰঞ্জী-সন্মিলনৰ প্ৰাক্তন সভা-পতি ড° হেৰম্বকান্ত বৰপুজাৰীদেৱক এই লানি বক্তৃতা প্ৰদান কৰিবৰ বাবে অনুৰোধ জনোৱা হয়। ড° বৰপুজাৰীদেৱে সভাৰ অনুৰোধ ৰক্ষা কৰি ১৯৮১ চনৰ জানুৱাৰী মাহৰ ২৬,২৭,২৮ তাৰিখে গুৱাহাটীৰ ভগৱতীপ্ৰসাদ বৰুৱা ভৱনত এই বক্তৃতালানি প্ৰদান কৰে।

ড° বৰপুজাৰীদেৱৰ বক্তৃতামালাই মিছনেৰীসকলৰ অৱদান সম্পৰ্কে অনেক তথ্য-পাতিৰ সন্ধান দান কৰি বিষয়টিক এটি নতুন আয়তন দান কৰিছে। অসমীয়া ভাষা অসমৰ শিক্ষা আৰু প্ৰশাসনৰ পৰা নিৰ্বাসিত হোৱাৰ বিষয়ে তেখেতে প্ৰকাশ কৰা অভিমতো প্ৰণিধান যোগ্য। এই বিষয়ে থকা মত-বিৰোধ দূৰীভূত হোৱাটোৱেই আমাৰো কাম্য। কিন্তু, কেৱল

চৰকাৰী কাকত-পত্ৰৰ টোকাৰ ভিত্তিতে বিষয়টো সম্পৰ্কে শেষ সিদ্ধান্ত কৰিব পৰা হ'বনে নহয়, সিও বিচাৰ্য। এই বিষয়ে ড° বৰপূজাৰীদেৱৰ বক্তব্যই অনুসন্ধিৎসুসকলক অধিক অধ্যয়ন আৰু গৱেষণা কৰিবলৈ প্ৰেৰণা যোগাব বুলি আশা কৰিব পাৰি।

ড° বৰপূজাৰীদেৱৰ বক্তৃতামালাই বিষয়টিৰ অনেক নেদেখা অংশত নপোহৰ পেলাইছে। অসম সাহিত্য সভাৰ অনুৰোধ ৰক্ষা কৰি তেখেতে এই বক্তৃতামালা প্ৰস্তুত কৰি সভাক প্ৰদান কৰাৰ বাবে, সভাৰ হৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

ড° বৰপূজাৰীদেৱে মূলতে বক্তৃতামালা ইংৰাজীত প্ৰস্তুত কৰিছিল। অসমীয়ালৈ বক্তৃতামালাৰ কিছু অংশ তেখেতে নিজেই আৰু আন কিছু অংশ সাংবাদিক-সাহিত্যিক শ্ৰীৰাধিকামোহন ভাগৱতী আৰু ইমদাদ্ উল্লাহে তৰ্জমা কৰি দিছে। এই কামৰ বাবেও আটাইকেওগৰাকীলৈ আমাৰ শলাগ জ্ঞাপন কৰিলোঁ।

বক্তৃতামালা গ্ৰন্থাকাৰে প্ৰকাশ কৰাৰ সময়ত সহায় কৰি দিছে অধ্যাপক শ্ৰীপ্ৰকাশ গোস্বামী আৰু শ্ৰীপৱন বুঢ়াগোহাঞিয়ে। দুয়ো আমাৰ ধন্যবাদৰ পাত্ৰ।

অসম সাহিত্য সভাৰ বঙাইগাঁও অধিৱেশনতে গ্ৰন্থখনিৰ এটি অংশ সম্পূৰ্ণ কৰি মুকলি কৰা হয় যদিও, বিভিন্ন কাৰণত সম্পূৰ্ণ কৰি প্ৰকাশ কৰোঁতে অতিৰিক্ত প্ৰায় তিনিমাহ সময়ৰ প্ৰয়োজন হয়। এতিয়া অসমীয়া ভাষাৰ অন্যতম ত্ৰাণকৰ্তা আৰু প্ৰথম অভিধান-প্ৰণেতা ড° মাইলচ্ ব্ৰন্সনৰ মৃত্যু-শতবাৰ্ষিকীৰ সময়ত গ্ৰন্থখনি সকলোৰে বাবে উলিয়াই দিবলৈ পাই আমি আনন্দিত হৈছোঁ। যোৰহাটৰ অসম প্ৰিন্টিং ওৱৰ্কছে গ্ৰন্থখনি ছপাই দিয়াৰ বাবে ছপাশালৰ কৰ্তৃপক্ষৰ শলাগ ল'লোঁ।

ছপাত হৈ যোৱা ত্ৰুটি-বিচ্যুতি পৰৱৰ্তী সংস্কৰণত সম্পূৰ্ণকৈ নোহোৱা কৰাৰ আশা ৰাখিছোঁ।

১ নৱেম্বৰ, ১৯৮৩ — নগেন শইকীয়া
চন্দ্ৰকান্ত সন্দিকৈ ভৱন — প্ৰধান সম্পাদক
যোৰহাট- ১ — অসম সাহিত্য সভা



## সূচী

## আমেৰিকান মিছনেৰীসকল আৰু ঊনবিংশ শতিকাৰ অসম আৰম্ভণি

ভাৰতলৈ অহা বিদেশী মিছনেৰীসকল কোম্পানীৰ ফৌজৰ অনুগামী আছিল। দৰাচলতে আৰম্ভণিৰেপৰা ইষ্ট ইণ্ডিয়া কোম্পানীয়ে তেওঁ বিলাকৰ খ্ৰীষ্টান চাকৰিয়ালসকলৰ আধ্যাত্মিক মংগলৰ অৰ্থে আৰু সেই সুচলতে ভাৰতীয়সকলৰ মাজত যীশুখ্ৰীষ্টৰ বাণী প্ৰচাৰ কৰিবলৈকো মিছনেৰীসকলক এই দেশলৈ পঠায়। ওঠৰ শতিকাৰ শেষৰফালে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ভাৰতত আধিপত্য বিস্তাৰ কৰাৰ লগে লগে কোম্পানীৰ বিষয়াসকলে বুজি পালে যে, ভাৰতত তেওঁবিলাকৰ ক্ষমতা কটকটীয়া কৰিবলৈ হ'লে আন সকলোতকৈ ধৰ্মকে বেছি মূল্য দিয়া জনসাধাৰণৰ ধৰ্ম-ভাবধাৰাৰ ক্ষেত্ৰত কোনোপ্ৰকাৰ বিশৃংখলাৰ সৃষ্টি কৰা উচিত নহ'ব। ধৰ্ম নিৰপেক্ষতা তেতিয়াৰপৰা কোম্পানীৰ সামাজিক নীতি হ'ল। ১৭৯৩ চনৰ আইনমতে গৱৰ্নৰ জেনেৰেলে "হিন্দু-শাস্ত্ৰ আৰু কোৰানৰ বিধি বিধানবোৰ সংৰক্ষণ কৰিবলৈ আৰু ভাৰতীয়লোকৰ নিজা ধৰ্ম আচৰণ কৰাত ৰক্ষণা-বেক্ষণ দিবলৈ কাউন্সিলত প্ৰতিশ্ৰুতি দিয়ে।"[১] সেইকাৰণে একেবছৰতে প্ৰথম বৃটিছ মিছনেৰী উইলিয়াম কেৰী (William Carey) আহি কলিকতা পোৱাত সেই অঞ্চলত তেওঁক ধৰ্মপ্ৰচাৰ কৰিবলৈ নিষেধ কৰাত আচৰিত হ'বৰ একো কাৰণ নাই। সেইবাবে তেওঁ ডেনমাৰ্কৰ পতাকাৰ তলত শ্ৰীৰাম-পুৰত সদৰ কাৰ্যালয় পাতিব লগা হৈছিল। ৰাজ্য বিস্তাৰ হোৱাৰ লগে লগেই মিছনেৰীসকলৰ প্ৰতি কোম্পানীৰ নীতি উৎসাহ দিয়াতকৈ উদাসীন মনোভাৱলৈ আৰু ক্ৰমে উদাসীনতাৰপৰা বৈৰী ভাবলৈহে পৰিণত হ'ল। ১৭৯৩ চনৰ চনদখন (Charter Act) কৰাৰ সময়ত খ্ৰীষ্টধৰ্মৰ প্ৰবক্তা (Evangelist) চাৰ্লছ গ্ৰাণ্ট (Charles Grant) আৰু উইলিয়ম উইলবাৰফ'ৰ্চৰ দৰে লোকে ভাৰতলৈ মিছনেৰী পঠাব পৰাকৈ নতুন দফা সংযোগ কৰাৰ বাবে প্ৰস্তাৱ কৰোঁতে ইণ্ডিয়া

অফিচে ইয়াৰ ঘোৰ প্ৰতিবাদ কৰাত প্ৰস্তাৱটো পাৰ্লামেণ্টে নাকচ কৰিছিল।

উনৈশ শতিকাৰ আগভাগত ভাৰতলৈ মিছনেৰী পঠোৱাক কেন্দ্ৰ কৰি ইংলণ্ডত আকৌ আন্দোলন হৈছিল। এচিয়াৰ অ-খ্ৰীষ্টান শাসকসকলে প্ৰায়ে যীশুৰ বাণী প্ৰচাৰ কৰিবলৈ অনুমতি দিয়া সত্বেও খ্ৰীষ্টান বৃটিছসকলে মিছনেৰীক এনেধৰণৰ মানৱীয় অধিকাৰৰপৰা বঞ্চিত কৰাটো দেখাতেই খাপ নোখোৱা কথা বুলি যুক্তিও দৰ্শোৱা হৈছিল।[২] চাৰ্চ মিছনেৰী ছ'চাইটি, বাইবেল ছ'চাইটি আৰু আন আন অনুষ্ঠানৰপৰা পোৱা সমৰ্থনৰ ফলত উইলবাৰ ফ'ৰ্চ আৰু তেওঁৰ সতীৰ্থসকল এইবাৰ ৰণত বিজয়ী হ'ল। ১৮১৩ চনৰ নতুন চনদে মিছনেৰীসকলক কিছু চৰ্তসাপেক্ষে ভাৰতলৈ অহা আৰু ধৰ্মপ্ৰচাৰ কৰাৰ অনুমতি দিলে। ফলস্বৰূপে ইংলেণ্ড আৰু আমেৰিকাৰপৰা ভাৰতলৈ মিছনেৰীসকলৰ আগমনৰ পথ সুগম হ'ল আৰু লগে লগে ইষ্ট ইণ্ডিয়া কোম্পানীৰ অধিকৃত অঞ্চলসমূহৰ বাবে কলিকতাত এজন বিশ্বপ (Bishop) নিয়োগ কৰা হ'ল। গৱৰ্নৰ জেনেৰেলে অৱশ্যে কোম্পানীৰ বিষয়াসকলক ভাৰতীয় প্ৰজাসকলৰ ধৰ্মত কোনো-প্ৰকাৰ হস্তক্ষেপ নকৰি নিৰপেক্ষতা অৱলম্বন কৰাতহে গুৰুত্ব দিছিল।[৩] এই ৰাজ আজ্ঞা পালন কৰাতকৈ সাধাৰণতে ভংগ কৰাহে দেখা গৈছিল। অতি উৎসাহী বিষয়াসকলে (overjealous) গোড়া খ্ৰীষ্টানৰূপে কিদৰে ধৰ্মান্তকৰণক তেওঁলোকৰ কৰ্তব্য বুলিয়েই গণ্য কৰিছিল, সেইকথা এই পুথিৰ ঠায়ে ঠায়ে উল্লেখ কৰা হ'ব।

১৭৯৩ চনত কেৰীৰ আগমনৰপৰাই বংগদেশত মিছনেৰীসকলৰ কাম-কাজ আৰম্ভ হৈছিল বুলি ক'ব পাৰি। ১৮০০ চনৰ জানুৱাৰী মাহত তেওঁ উইলিয়াম ৱাৰ্ড (William Ward) আৰু জচুৱা মাৰ্ছমেনৰ (J. Marshman) সহায়ত ইংলেণ্ডৰ বেপ্টিষ্ট মিছনৰ শাখাস্বৰূপ শ্ৰীৰামপুৰ মিছনখন স্থাপন কৰে। *An Enquiry into the obligations of the Christians to use means for the conversion of*



*the Heathens* নামৰ প্ৰচাৰ-পুথিৰ যোগেদি কেৰীয়ে অ-খ্ৰীষ্টান সমাজৰ লাগতিয়াল অংগ হিচাপে গঢ় দিয়াৰ প্ৰয়োজনৰ ওপৰত আৰু তেওঁলোকৰ নিজা ভাষাৰ মাধ্যমেৰে তেওঁলোকৰ ওচৰচপাৰ ওপৰত গুৰুত্ব দিছিল। তেওঁ বাইবেলখন বঙলালৈ ভাঙনি কৰিছিল আৰু ১৮০১-৩২ চনৰ ভিতৰত অসমীয়াকে ধৰি ৪২ টা ভাষাত সেইখন ছপা কৰিছিল। কেৰী চাহাবৰ প্ৰথম শিষ্য (১৮০০ চন) কৃষ্ণচন্দ্ৰ পালক খ্ৰীষ্টৰ বাণী প্ৰচাৰৰ অৰ্থে অসমৰ ফালে পঠোৱা হৈছিল। শ্ৰীহট্ট জিলাৰ পাণ্ডুৱা নামে ঠাইৰপৰা তেওঁ প্ৰচাৰ-কাৰ্য চলাইছিল আৰু ১৮১৩ চনৰ ভিতৰত তেওঁৰ অনুগামীৰ সংখ্যা সাতজন আছিল বুলি কোৱা যায়। এওঁলোকৰ ভিতৰত দুজন আছিল খাচি মানুহ। তেওঁলোকৰ কেবাজনো চিয়েমকে ধৰি বহুতো লোকৰ সন্মুখত কুশিয়াৰা নৈৰ পাৰত খ্ৰীষ্ট ধৰ্মত দীক্ষিত কৰা হৈছিল।[৪] সেই সময়ৰ গৱৰ্নৰ জেনেৰেলৰ এজেণ্ট ডেভিড স্কটৰ (David Scott) পৃষ্ঠপোষকতাত জেমচ্ ৰে' (James Rae) নামৰ ডামফ্ৰিচৰ এজন বাসিন্দাৰ তত্বাৱধানত গুৱাহাটীত এই মিছনৰ এটা শাখা পতা হয়। ৰে'ৰ লক্ষ্য আছিল প্ৰতিটো অ-খ্ৰীষ্টান মন্দিৰতে নিউ টেষ্টামেণ্ট থাপিত কৰা। কিন্তু ১৮৩৬ চনলৈকে মাত্ৰ ছজনকহে তেওঁ শৰণ দিবলৈ সক্ষম হ'ল। প্ৰধানতঃ আৰ্থিক সমস্যাই মিছনৰ সফলতাত বাধা দিছিল। তেওঁৰ পিছত অহা উইলিয়াম ৰবিনছনে (William Robinson) মন্তব্য কৰিছিল—'কোনোপিনে ইয়াত ভালৰ আশা নাই। আমাৰ বন্ধু ৰে'ই কিমানবছৰ যে এনেয়ে কাম কৰিছিল, সেইটো ভাবিলে মোৰ আশাও চুৰমাৰ হয়—হয়তো শেষলৈ মোৰো একে-দশাই ঘটিব।' ১৮৩৭ চনত মাইলচ্ ব্ৰন্সন (Miles Bronson) আৰু জেকব টমাছে (Jacob Thomas) শদিয়ালৈ যোৱাৰ পথত গুৱাহাটীত দেখা পাইছিল যে শ্ৰীৰামপুৰ মিছনৰ কাম ভালদৰে চলা নাই। প্ৰাৰ্থনা সভাত উপস্থিতিৰ সংখ্যা নিচেই কম আছিল।[৫] সেই-কালত উত্তৰে গাৰোবিলাকে এক গুৰুতৰ সমস্যাৰ সৃষ্টি কৰিছিল।

সিহঁতে নিজৰ মাজতে দ্বন্দ-খৰিয়াল কৰাৰ উপৰিও মাজে মাজে বন্দী-বেটী আৰু মানুহৰ মূৰ বিচাৰি কাবৰীয়া বৃটিছ শাসনাধীন জিলাসমূহলৈকো অভিযান চলাইছিল। মানুহৰ মূৰ নহ'লে মৃতকৰ আত্মাৰ সদ্‌গতি নহয়—সিহঁতৰ এনে ধাৰণা আছিল। অতি পিছপৰা এই অন্ধবিশ্বাসী গাৰোসকলক উদ্ধাৰ কৰিবলৈ স্কট চাহাবে, কলিকতাৰ বিশ্বপ হাৰবাৰৰ (Bishop Herber সহযোগিতাত ১৮১৯ চনত এজন মিছনেৰীৰ তত্ত্বাৱধানত এখন স্কুল পাতিবলৈ চেষ্টা কৰিছিল। উদ্দেশ্য আছিল—চিকিৎসাবিদ্যা আৰু প্ৰাথমিক শিক্ষাদান কৰা।[৬] মানৰ লগত হোৱা যুদ্ধই স্কটৰ আঁচনি কাৰ্যকৰী কৰাত বাধাৰ সৃষ্টি কৰিছিল যদিও তেওঁ বংগ-সচিব বেইলী চাহাবলৈ (W.B. Bayley) পৰামৰ্শ আগবঢ়াইছিল যে গাৰোবিলাকৰ শিক্ষাৰ দায়িত্ব মোৰাভিয়ান মিছনেৰীসকলক দিয়াটো সমীচিন হ'ব। তেওঁলোকে ধৰ্মীয় শিক্ষাৰ লগতে আৱশ্যকীয় আন আন শিক্ষাও দিব পাৰিব। বেইলীয়ে ভাবিছিল, চৰকাৰৰপৰা বিত্তীয় সহায় আগবঢ়োৱাত বিশেষ অসুবিধা নহ'ব। ধৰ্মীয় নিৰপেক্ষতা কোম্পানীৰ ঘোষিত নীতি; গতিকে চৰকাৰে ধৰ্মপ্ৰচাৰকস্বৰূপ নিয়োজিতসকলক দৰমহা দিয়াটো উচিত নহ'ব। কিন্তু তেওঁলোকক শিক্ষক হিচাপে গণ্য কৰি সহায় কৰাত বাধা নাই।[৭] ভাৰত চৰকাৰৰদ্বাৰা প্ৰস্তাৱটো অনুমোদন হোৱাৰ পাছত ৪০ জন ছাত্ৰৰে বঙালী মাধ্যমত গাৰোবিলাকৰ নিজা ভাষাত লেখা-পঢ়া শিকাবলৈ শিঙিমাৰীত এখন স্কুল পতা হ'ল। বি· ডব্লিউ· হাৰ্লি (B.W. Hurley) নামৰ এজন ডাক্তৰক মাহে দুশ টকা বেতনত শিক্ষকস্বৰূপে নিয়োগ কৰা হৈছিল। কিছুদিনৰ পিছতে হাৰ্লিক সেই কামৰ অনুপযুক্ত বুলি বিবেচনা কৰা হয়। তেওঁ নিজেও কাম কৰি ভাল পোৱা নাছিল। তেওঁ কৈছিল "কুসুজা পৰিবেশ আৰু অসভ্য মানুহৰ মাজত কাম কৰাৰ সম্ভাৱনাই তেওঁক হতাশ কৰিছিল।"[৮] উপযুক্ত শিক্ষকৰ অভাৱ আৰু খাচি বিদ্ৰোহৰ পৰিপ্ৰেক্ষিতত স্কট্ চাহাব ব্যস্ত হৈ পৰাত গাৰোপাহাৰত শিক্ষা-বিস্তাৰ আৰু ধৰ্মান্তকৰণ আঁচনিৰ সমাপ্তি ঘটে।

## প্ৰথম অধ্যায়

### আগমন আৰু ধৰ্মপ্ৰচাৰ

স্থানীয় কৰ্তৃপক্ষই মিছনেৰীসকলক আমন্ত্ৰণ কৰাৰ মূলতে ধৰ্মান্তকৰণতকৈ ৰাজনৈতিক আৰু নিৰাপত্তামূলক উদ্দেশ্য আছিল বুলিহে ক'ব পাৰি। মানহঁতক খেদোৱাৰ পাছতো খাম্‌টি আৰু চিংফৌবিলাকৰ সঘনাই হোৱা লুটপাত আৰু অত্যাচাৰত শদিয়া অঞ্চলত অশান্তিৰ সৃষ্টি হৈছিল। দমন কৰাতকৈ সিহঁতক যীশুৰ বাণী প্ৰচাৰেৰে আয়ত্তাধীন কৰাৰ উদ্দেশ্যে গৱৰ্নৰ জেনেৰেলৰ এজেণ্ট কেপ্‌টেইন জেনকিন্স (Captain Francis Jenkins) চাহাবে ১৮৩৫ চনৰ ১০ মাৰ্চত বংগ-সচিব ট্ৰেভেলিয়ানলৈ (E.C. Trevelyan) এখন চিঠি দিয়ে। সেই চিঠিত তেওঁ তেতিয়া মানদেশত প্ৰচাৰ-কাৰ্য চলাই থকা আমেৰিকাৰ বেপ্‌টিষ্টসকলক আমন্ত্ৰণ জনাবলৈ অনুৰোধ কৰিছিল। তেওঁ লিখিছিল—

> মই বিশেষকৈ যি ঠাইলৈ তেওঁলোকৰ দৃষ্টি আকৰ্ষণ কৰিব খুজিছোঁ, সেই ঠাই হৈছে খামটি আৰু চিংফৌ নামৰ পৰাক্ৰমী শ্যান্ বংশৰ দুই উপজাতিৰ অধিকৃত অসমৰ উত্তৰ-পূৱ অঞ্চল। এই দুই উপজাতিৰ দোৱানৰ লগত শ্যাম আৰু ব্ৰহ্মদেশৰ ভাষাৰ পাৰ্থক্য বেছি নহয় আৰু তেওঁলোকে ব্যৱহাৰ কৰা আখৰো মূলতঃ একে......ইয়াত তেওঁলোকে চৰকাৰী ৰক্ষণাবেক্ষণৰ মাজত কাম কৰিব পাৰিব আৰু মিছনে ব্ৰহ্মদেশ চৰকাৰৰ ঈৰ্ষা আৰু বৰ্বৰতাৰ ফলত সকলো সময়তে যিবোৰ বাধা-বিঘিনিৰ মাজত কাম কৰিব লগা হৈছে তাৰপৰা মুক্ত হ'ব।

তেওঁ আৰু লিখিছিল,

> যিকোনো মিছনেৰীৰ বাবে ঠাইখিনি সুখজনক কৰি তোলাত মোৰ পিনৰপৰা অৱশ্যে কোনো যত্নৰে অভাৱ নহ'ব আৰু

তেওঁলোকক থানথিত লগাবলৈ মই যথাসাধ্যে চেষ্টা কৰিম .....
শদিয়াত মিছনৰ কামত কোনো পৰিয়ালে বাস কৰিবলৈ ল'লে মই বছৰি ১,০০০ টকালৈকে বৰঙণি দি আৰু যেতিয়াই তেওঁলোকে ছমাহলৈ এটা ছপাশাল চলাই থাকিব, মই প্ৰদেশখনৰ দায়িত্বত থাকোঁ যদি সেই ধন দুগুণে বঢ়াই দিবলৈ পালে নথৈ সুখী হ'ম।[৯]

ঠিক সময়তে প্ৰস্তাৱটো আমেৰিকান বোৰ্ড'ৰ ওচৰ পালেগৈ। মাত্ৰ চাৰিমাহমানৰ আগতে ৰিচ্‌মণ্ডত অনুষ্ঠিত এক সভাত উক্ত বোৰ্ডে 'আনে দখল নকৰা সকলো ঠাইলৈকে সোমাবলৈ' আৰু 'যিমান দূৰলৈকে সম্ভৱ তেওঁলোকৰ কাৰ্য-কলাপ বিস্তাৰ কৰিবলৈ' সিদ্ধান্ত গ্ৰহণ কৰিছিল। এইবুলিও জনা গৈছিল যে, শ্বান্ জাতিৰ নাইবা শদিয়াৰ ভিতৰুৱা আৰু আশে-পাশে থকা লোকৰ ভাষা ব্ৰহ্মদেশৰ ভাষাৰ অনুৰূপ আৰু সেই সাম্ৰাজ্যত বাস কৰা যিকোনো মিছনেৰীয়ে সহজতে সেই ভাষা আয়ত্ব কৰিব পাৰিব। সৰ্বোপৰি এনে আশা কৰিব পৰা গৈছিল যে,

ইষ্ট ইণ্ডিয়া কোম্পানীয়ে আগবঢ়োৱা ৰক্ষণা-বেক্ষণৰ আঁৰ লৈ মিছনেৰীসকলে বছৰি চীনদেশৰ ভিতৰুৱা ঠাইলৈ যোৱা যাত্ৰীদলৰ লগ লাগিব পাৰিব আৰু এইদৰে ঈৰ্ষাপৰায়ণ চীনা বিষয়াসকলে বিদেশীসকলক দলভুক্ত নকৰা অৱস্থাতো তেওঁলোকে সেই সাম্ৰাজ্যৰ অভ্যন্তৰলৈকে হয়তো খ্ৰীষ্টধৰ্ম শিপাব পাৰিব।[১০]

বোৰ্ডে নিঃসন্দেহে প্ৰস্তাৱটো গ্ৰহণ কৰিলে আৰু সেই সময়ত ব্ৰহ্মদেশৰ মৌনমেনত কাম কৰি থকা ৰেভাৰেণ্ড নাথান ব্ৰাওন (Rev. Nathan Brown) আৰু অলিভাৰ কট্টাৰক (Oliver Cutter) শদিয়াত এটা মিছন পাতিবলৈ নিৰ্দেশ দিয়ে। ব্ৰাওনে ইতিমধ্যে মানভাষা শিকিছিল আৰু ছপাশালৰ কামত কট্টাৰে যথেষ্ট অভিজ্ঞতা লাভ কৰিছিল। ১৮৩৫ চনৰ ২৫ চেপ্টেম্বৰৰ দিনা তেওঁলোক দুয়ো



সপৰিয়ালে কলিকতা পায়হি। ইয়াৰপৰা এটা ছপাশাল লৈ তেওঁলোকে চাৰিমাহ আমনি লগা নৌ-যাত্ৰাৰ পিছত ১৮৩৬ চনৰ ২৩ মাৰ্চ তাৰিখে শদিয়া পালেহি।[১১]

## শদিয়া ঃ নাথান ব্ৰাওন আৰু অলিভাৰ কট্টাৰ

ব্ৰাওনে শদিয়া আহি পোৱাৰ পিছতে কিছু হতাশ হ'ব লগা হ'ল। তেওঁ দেখা পালে যে, শ্বানসকলৰ কিছুমান অ'ত-ত'ত সিঁচৰতি হৈ থকা খাম্‌টি গাঁওহে আছে আৰু যিবিলাকৰ উদ্দেশ্যে তেওঁলোক আহিছে সেই শ্বানসকল পৰ্বতৰ সিপাৰেহে বাস কৰে। খাম্‌টি আৰু শদিয়াৰ আশে-পাশে থকা অসমীয়া মানুহৰ মাজত প্ৰচাৰ-কাৰ্য আৰম্ভ কৰাৰ বাদে তেওঁৰ আন উপায় নাছিল। খাম্‌টিবিলাকৰ সংখ্যা ২৫০০ মান আৰু অসমীয়াৰ ১৫০০ৰ অধিক নাছিল।[১২] মিছনেৰীসকল পোনতে দুটা সমস্যাৰ সন্মুখীন হ'বলগা হ'ল। প্ৰথমটো ভাষা আয়ত্ব কৰা আৰু আনটো তেওঁলোকৰ থকাৰ আৰু এটা স্কুল ঘৰ তৈয়াৰ কৰা। ব্ৰাওনে দেখিলে যে খাম্‌টি ভাষা ব্ৰহ্মদেশৰ উত্তৰাংশ শ্বানভাষাৰ অনুৰূপ। অসমীয়া মানুহৰো এটা লিখিত ভাষা আছিল যদিও কোনো অভিধান নাইবা ব্যাকৰণ নাছিল আৰু এই ভাষা জনা কোনো দোভাষীও নাছিল।

"ব্ৰাওন আৰু তেওঁৰ পত্নীয়ে কোনো এটা বস্তুলৈ আঙুলিয়াই থলুৱা মানুহৰ মুখৰপৰা বিশেষ্য-বাচক শব্দবোৰ শিকি ল'ব পাৰিছিল আৰু সেইবোৰ শব্দ ৰোমান আখৰেৰে লিখি লৈ তেওঁলোকৰ শব্দ-জ্ঞান দিনে দিনে বৃদ্ধি কৰিছিল.... ..আৰু সেইবোৰ শব্দ ব্যৱহাৰ কৰিবলৈ সোনকালে কিছুমান ক্ৰিয়াও আয়ত্ব কৰিছিল।" ঘৰ-দুৱাৰ সজাও বৰ সহজ কাম নাছিল। বনুৱাসকলক প্ৰতিটো খুটিনাতি শিকাব লগা হৈছিল আৰু তেওঁলোকৰ কোনো সা-সঁজুলিও নাছিল। তেওঁলোকৰ লগত ভাবৰ আদান-প্ৰদানৰ কোনো বোধগম্য মাধ্যমো নাছিল। ১৮৩৬ চনৰ ১১ এপ্ৰিল তাৰিখে বোৰ্ডলৈ ব্ৰাওনে লিখিছিল ঃ[১৩]

খুঁটাৰ বাবে লাগতিয়াল কাঠ কাটিবলৈ হাবিলৈ মানুহ পঠিয়াব লাগিব। কিন্তু কুঠাৰ ক'ত ? ওডেংখৰ লোহা পোৱা গ'ল; টুকুৰা কাঠো গোটোৱা হ'ল; লোহাডাল কাঠ কাটিব পৰাকৈ পিতি লোৱা হ'ল। কাঠবিলাকৰপৰা খুটা সজা হ'ল। খুটা পোতা হ'লত তাতে বেৰা বন্ধা হ'ল আৰু পিছত সেইবিলাকৰ ওপৰত লেও দিয়া হ'ল। মাটি আছিল লেওৰ মূল বস্তু।

## মাইল্‌চ্ ব্ৰন্সন আৰু জেকব টমাছ : আপদীয়া নৌ-যাত্ৰা

ঘৰ এটা সজা হোৱাৰ লগে লগে মিছনৰ পঢ়াশালি আৰম্ভ হয়। মিছেছ ব্ৰাওনে খুলিলে ল'ৰাৰ আৰু মিছেছ কট্টাৰে ছোৱালীৰ পঢ়া· শালি। সিফালে ব্ৰাওন আৰু কট্টাৰ চাহাবে ভবিষ্যত কাৰ্য-পন্থা ঠিক কৰি ভাষা-শিক্ষাৰ উদ্দেশ্যে ধৰ্ম আৰু আন আন পুথিৰ প্ৰণয়ন আৰু প্ৰকাশৰ দিহা কৰে। ইতিমধ্যে ৩ জুনৰ দিনা মাইলচ্ ব্ৰন্সন আৰু জেকব টমাছে সপৰিয়ালে মিছনত দেখা দিয়াৰ উদ্দেশ্যে এটা ছপাশাল লৈ গুৱাহাটীত উপস্থিত হয়হি। শদিয়ালৈ উজনিমুৱা নৌ-যাত্ৰাৰ বাবে তেওঁলোকে এখন ডাঙৰ নাও ল'লে। ওৰে-বাটটোৰ দুকাষে মেলেৰীয়া-শংকুল ডাঠ হাবি। বান বাৰিষাৰ ব্ৰহ্মপুত্ৰৰ তীব্ৰ সোঁত আৰু প্ৰবল ধুমুহা বতাহত টলং-ভটং কৰি যোৱা নাওখনেদি যাওঁতে তেওঁলোক নানান বিপদৰ সন্মুখীন হ'ব লগা হৈছিল। তেজ-পুৰ নৌ এৰোঁতেই ব্ৰন্সন চাহাবৰ হ'ল মাৰাত্মক জ্বৰ আৰু আনপিনে ব্ৰহ্মপুত্ৰৰ প্ৰবল সোঁতৰ বাবে নাওখনো উজাই নিয়া অসম্ভৱ হৈ পৰিল। ঔষধ আদি আনিবলৈ টমাছ এখন টুলুঙা নাৱেৰে শদিয়ালৈ ৰাওনা হ'ল। শদিয়া পাওঁ পাওঁ হওঁতেই নাওখনৰ ওপৰত এডাল ডাঙৰ গছ খহি পৰাত দুৰ্ভগীয়া টমাছৰ ততালিকে মৃত্যু ঘটে। এই শোকাবহ ঘটনাৰ পিছত ১৮৩৭ চনৰ ১৭ জুলাই তাৰিখে মিছনেৰী-সকলে শদিয়াত ভৰি দিয়েহি।[১৪]



## শক্তি বৃদ্ধিৰ নিষ্ফল আবেদন

যি নহওক মিছনৰ প্ৰথম লক্ষ্য হ'ল অসমীয়া আৰু চিংফৌ ভাষা আয়ত্ত কৰা। প্ৰথমটো আছিল প্ৰদেশখনৰ উমৈহতীয়া ভাষা আৰু দ্বিতীয়টোৰ আৱশ্যক হ'ল—চিংফৌহঁতৰ মাজত ধৰ্মপ্ৰচাৰ কৰাৰ বাবে। ব্ৰাওন আৰু কট্টাৰে অসমীয়া আৰু খামটিবিলাকৰ পিনে চকু দিলে: সপৰিয়ালে ব্ৰন্সন গ'ল চিংফৌদেশৰ কাষৰিয়া জয়পুৰলৈ; তাতে খোপনি পুতি চিংফৌ আৰু নগাহঁতৰ মাজত খ্ৰীষ্টৰ বাণী প্ৰচাৰ কৰাৰ উদ্দেশ্যে।[১৫] প্ৰায় এই সময়তে শ্ৰীৰামপুৰৰ মিছনে তেওঁলোকৰ ধৰ্মপ্ৰচাৰৰ কাম আমেৰিকাৰ বেপ্টিষ্টসকলৰ হাতত এৰি দিয়ে। আকৌ ১৮৩৮ চনৰ শেষছোৱাত উজনি অসমৰ মটক ৰাজ্যও বৃটিছৰ অধীনলৈ অহাত বেপ্টিষ্টসকলৰ ধৰ্মপ্ৰচাৰৰ কাৰণে ব্ৰহ্মপুত্ৰ উপত্যকাৰ ইমূৰৰপৰা সিমূৰলৈকে পথ সুগম হয়। এই উদ্দেশ্যে জেনকিন্স চাহাবো উঠি-পৰি লাগিছিল আৰু সুযোগ-সুবিধাৰ আভাস দি মিছনৰ শক্তি বৃদ্ধি কৰি কাৰ্য-কলাপ বিস্তাৰ কৰিবলৈ আমেৰিকান বোৰ্ডলৈ তেওঁ টানি লিখিছিল।[১৬] ইতিপূৰ্বে ১৮৩৮ চনৰ ১০ মাৰ্চ তাৰিখে ব্ৰাওনে ব্ৰহ্মপুত্ৰ উপত্যকাত অন্ততঃ বাৰটা কেন্দ্ৰ স্থাপন কৰাৰ প্ৰয়োজনীয়তাৰ বিষয়ে বোৰ্ডৰ সচিবক জনাইছিল। তেওঁ লিখিছিল—

> মিছনেৰী জগতত আমি ইয়াতকৈ বেছি আকৰ্ষণীয় কৰ্মক্ষেত্ৰ আছে বুলি কব নোৱাৰোঁ; এনে ক্ষেত্ৰৰ কথা আমি নাজানো য'ত এই মহান উদ্দেশ্যৰ হকে আমি অত্যন্ত পৰিশ্ৰম আৰু মৃত্যুকো বৰণ কৰিবলৈ কুণ্ঠিত নহ'ম। কিন্তু এই ক্ষেত্ৰত লাগি থকা কেইটামান মানুহৰ অকলশৰীয়া প্ৰচেষ্টা সিন্ধুত বিন্দুৰদৰে (a drop in ocean); দূৰ-দূৰণি বিয়পা বিচ্ছিন্নতা আৰু আন্ধাৰৰ গৰাহত সেইবোৰ লোপ পাব। ইয়ালৈ আৰু অধিক সংখ্যক কৰ্মীৰ যোগান নধৰিলে, আমাৰ আশংকা হয় আমাৰ মহান উদ্দেশ্য ফলবতী নহ'ব আৰু আনহাতে ভবিষ্যতে বহুতো

> বছৰলৈকে অ-খ্ৰীষ্টিয়ান ধৰ্মৰ প্ৰচাৰ আৰু প্ৰভাৱ বাঢ়ি গৈ থাকিব ।[17]

ব্ৰাওনৰ আশা দূৰাশাত পৰিণত হ'ল । ৰিচমণ্ডৰ অধিৱেশনৰ পিছতে বোৰ্ডৰ কাৰ্য-কলাপে ইয়াৰ সামৰ্থ্যৰ সীমা বহুদূৰ চেৰাই গৈছিল আৰু ইয়াৰ আয়ৰ পৰিমাণ বৃদ্ধি নহ'লে বোৰ্ডে 'হয় কিছুমান মিছন উভতিবলৈ ক'ব লাগিব, নহয় আৰু বেছি ঋণৰ বোজা বহন কৰিব লাগিব।' সেইগতিকে অসমত থকা মিছনক কোৱা হ'ল যে 'আৰু বহুত বেছি অনুপাতে ধনভঁৰালৈ ধনৰ যোগান ধৰিব নোৱাৰিলে আনকি বৰ্তমান হাৰতো মিছনক বিত্তীয় সমৰ্থন দিবপৰা নাযাব।'[18]

## থাম্‌টি বিদ্ৰোহ : জয়পুৰলৈ স্থানান্তৰ

পূব দিগন্তত ইতিমধ্যে ক'লা ডাৱৰ ঘনীভূত হৈ উঠিছিল । ১৮৩৯ চনৰপৰাই পাটকাই পৰ্বতৰ ইপাৰে এনে উৰা বাতৰি প্ৰচাৰ হৈছিল যে, পৰ্বতীয়া জনজাতিবিলাকৰ এক বৃটিছ বিৰোধী সংঘ গঢ়ি উঠিছে। এই বাতৰিয়ে মানুহৰ মাজত এনে ত্ৰাসৰ সৃষ্টি কৰিছিল যে বহুতে হাবিয়ে বননিয়ে ৰাতি কটাবলৈ লৈছিল আৰু আন কিছুমানে অতৰ্কিত আক্ৰমণৰ বাবে সন্ত্ৰস্ত হৈ পৰিছিল । ১৮৩৯ চনৰ ২৮ জানুৱাৰীৰ ধলপুৱাতে থাম্‌টিসকলে শদিয়াত থকা সৈন্যবাহিনীৰ (Cantonment) চাউনি আক্ৰমণ কৰি ঘৰ-বাৰীত জুই লগাই দিয়ে আৰু ফৌজৰ অধিনায়ক (Commandant) মেজৰ হোৱাইটকে (Major Adam White) ধৰি বাটত যাকে পোৱা গৈছিল সকলোকে কাটি পেলায়।[19] চাউনিৰ পিনে দৌৰি পলাবলৈ মিচনেৰীসকলে সময়কে নেপালে । তেওঁলোকে সৰু নাও এখনত উঠি ওচৰৰে নৈখনতে আশ্ৰয় লৈ 'প্ৰতি মুহূৰ্ততে তেওঁলোকৰ ওপৰত জঁপিয়াই পৰি হত্যা কৰিবলৈ নাইবা তেওঁলোকক বন্দী হিচাপে ধৰি নিবলৈ খাপ লৈ থকা বৰ্বৰসকলৰ আক্ৰমণৰ আশংকা কৰি ৰাতিটো কটালে। ২০ মাৰ্চ তাৰিখে বোৰ্ডৰ যোগাযোগ সচিব ড' লুচিয়াছ ব'লছ্‌লৈ (Dr. Lucius Bolles)



ব্ৰাওনে লিখি পঠিয়ালে—

> বৰ্তমানলৈ আমাৰ সকলো সম্ভাৱনা সম্পূৰ্ণৰূপে মষিমূৰ হৈছে ; বহুতো মানুহ পলাই গ'ল আৰু যিবিলাকৰ মাজত আমি ধৰ্ম প্ৰচাৰ কৰাৰ আশা পালি আছিলোঁ সেই খাম্‌টিহঁত সম্পূৰ্ণ ছেদেলি-ভেদেলি হৈ পৰিছে ......তথাপিও আমি আশা কৰোঁ এই অশান্তি শীঘ্ৰে আঁতৰ হ'ব.......থলুৱাহঁত তেওঁলোকৰ ঘৰলৈ হয়তো উভতিব ।[20]

তেওঁৰ আশা মিছা বুলি প্ৰমাণিত হ'ল । 'চীনলৈ যোৱা দুৱাৰ মেল খোৱাৰ পৰিবৰ্তে শদিয়াৰ সিপাৰৰ দুৱাৰ বন্ধ বুলিহে সাব্যস্ত হ'ল।'[21] সৈন্যবাহিনীৰ চাউনি শিৱসাগৰলৈ নিয়াৰ লগে লগে ব্ৰাওনে সেইকালৰ চাহবাগিচাৰ কেন্দ্ৰ জয়পুৰতে থিতাপি ল'লেহি। তেওঁ ভাবিছিল—হয়তো সেইঠাই শীঘ্ৰে জনবসতিপূৰ্ণ আৰু উন্নতিশীল হৈ উঠিব আৰু তাৰপৰা থাম্‌টি, চিংফৌ আৰু নগাৰাজ্যতো ধৰ্মপ্ৰচাৰ কাৰ্য সহজ হ'ব।

## ব্ৰন্সনৰ নগা-মিছন

১৮৩৮ চনৰ আদিভাগত জয়পুৰলৈ অহাৰেপৰা ব্ৰন্সনে অসমীয়া আৰু চিংফৌ ভাষা শিকাত ব্যস্ত থাকিব লগা হৈছিল । চিংফৌৰ মাজত প্ৰচাৰকাৰ্য চলোৱাৰ উদ্দেশ্যে তেওঁ কেবাখনো চিংফৌ ভাষাৰ পুথি লিখিছিল । ব্ৰন্সনে দেখা পালে যে, নামচাঙত নগাবসতি বহুতো বেছি—এজন চিংফৌৰ ঠাইত নগাৰ সংখ্যা এশজন আৰু সিবিলাকৰ মাজত ভৈয়ামৰদৰে জাতিভেদো নাই । সেইবাবে নগাহঁতৰ মাজতে এটা মিছন পতাৰ কথা তেওঁ মনস্থ কৰিলে। তেওঁৰবাবে কামটো সিমান সহজ নাছিল । যিয়ে নহওক 'নগা শব্দকোষ' এখন সংগ্ৰহ কৰি এজন দোভাষীৰে সৈতে তেওঁ জয়পুৰৰ দক্ষিণ-পূবে থকা নামচাং গাঁৱলৈ (২৭° ১৫´ উঃ ৯৫° ৪০´ পূঃ) ৰাওনা হ'ল । বনৰীয়া হাতী, বাঘ আৰু ম'হেৰে ভৰা ডাঠ হাবি অতিক্ৰম কৰি দুকাষে থিয় পাহাৰৰ মাজৰ ওখোৰা-মোখোৰা ঠেক বাটেদি গৈ ব্ৰন্সন লোণ ব্যৱসায়ৰ

কেন্দ্ৰ নামচাং গাঁৱত উপস্থিত হ্য়গৈ।[২২] পিছদিনা পুৱাতে সেই গাঁৱৰ খুনবাওৰ লগত তেওঁৰ সাক্ষাৎ হ'ল। নগাৰজাৰ সন্দেহ হ'ল— অলপতে ইংৰাজে মটক দেশ অধিকাৰ কৰিছে; একেদৰেই নগাৰাজ্যও দখল কৰাব উদ্দেশ্যে নগাৰ সা-সম্পদ, বাট-পথ, জনসংখ্যা আৰু প্ৰতিৰক্ষা আদিৰ খা-খবৰ ল'বলৈ মিছনেৰীজনক ইংৰাজে পঠাইছে।[২৩] ব্ৰন্সনে তেওঁৰ সন্দেহ ভঞ্জনৰ কাৰণে ক'লে যে, তেওঁ আন দেশৰ-পৰাহে আহিছে আৰু তেওঁৰ কোনো অভিসন্ধি নাই। নগাহঁতৰ লগতে তেওঁ থাকিব, খোৱা-বোৱা কৰিব আৰু ধৰ্ম-শিক্ষাও দিব। পোনতে ব্ৰন্সনৰ চেষ্টা বিফল হ'ল—বৰং খুনবাওৱে প্ৰশ্ন কৰিব ধৰিলে— তোমাৰ গাৰ বৰণ, পোচাক আৰু ভাষা একে নহয় জানো? নগা-হঁতে বান্দৰ-চৰাইবদৰে পাহাৰে-পাহাৰে বগাই ফুৰে; তেনেস্থলত সিহঁতে কেনেকৈ তোমাৰ শিক্ষা ল'ব? আমাৰ লৰাহঁত ডাঙৰ হোৱাৰ লগে লগে দা-যাঠী লৈ যুঁজ কৰিবলৈ যায় আৰু লোণ তৈয়াৰ কৰিবলৈ শিকে—লেখা-পঢ়া কৰিবলৈ সময় ক'ত?[২৪] ব্ৰন্সনৰ নেৰা-নেপেৰা চেষ্টা, অমায়িকতা আৰু মৌ-সনা মাতে শেষত নগাহঁতৰ অন্তৰ জিনিব পাৰিলে। নগাৰাজে তেওঁক আদৰ-সাদৰ কৰি তেওঁ-লোকৰ মাজলৈ নিমন্ত্ৰণ কৰিলে আৰু সেই উদ্দেশ্যে ঘৰ এটাও সজাই দিলে। তেওঁৰ পৰিবাৰ আৰু সুমলীয়া ছোৱালী মেৰীক লৈ ব্ৰন্সন আকৌ নামচাং পালেহি।[২৫]

নগা মিছনত কাম কৰাৰ উদ্দেশ্যে ১৮৪০ চনৰ মে' মাহত ব্ৰন্সনৰ ভনীয়েক মিছ ৰ'ডা (Miss Rhoda Brown) আৰু চাইৰাছ বাৰ্কাৰৰ (Cyrus Barker) পৰিয়াল আহি পাইছিল। ব্ৰন্সনে ইতিমধ্যে নামচাঙত প্ৰচাৰ-কাৰ্য আৰম্ভ কৰাত বাৰ্কাৰে কেইদিনমান জয়পুৰতে কটালে আৰু তাৰ পিছত শিৱসাগৰলৈ আহিল।[২৬] নগাৰ ধাৰণা আছিল, সাধাৰণ মানুহৰ পঢ়া-শুনাৰ কাৰণে আৱশ্যকীয় জ্ঞান-বুদ্ধি নাই আৰু সিহঁতক লোণ-তৈয়াৰ কৰাকে ধৰি দৈনন্দিন কাম-কাজৰ-পৰাও ৰেহাই দিব নোৱাৰি।[২৭] গতিকে সিবিলাকৰ মুখিয়াল পৰিয়াল-



সমূহত বাদে আন কোনেও লিখা-পঢ়া কৰিব নোৱাৰে। যি নহওক, ১৮৪০ চনৰ ২২ মাৰ্চ তাৰিখে ৰঙা সাজ-পাৰ আৰু দা-যাঠীৰে নগা ল'ৰাহঁতে স্কুললৈ যোৱা আৰম্ভ কৰিলে। আকৌ সমস্যা হ'ল — ডেকাচামৰ বাবে তিৰোতাৰপৰা শিক্ষা লোৱাটো অপমানৰ কথা। গতিকে মিচেছ ব্ৰন্সনে ঘৰুৱা কাম-কাজতে আৱদ্ধ থাকিব লগা হয় আৰু ব্ৰন্সনে বলিৰাম আৰু ভোগচান্দ নামৰ দুজন অসমীয়া দোভাষীৰ সহায়েৰে স্কুলখন চলাব লগা হ'ল।[২৮] নানা বাধা-বিঘিনি সত্বেও আঠমাহৰ ভিতৰতে কেইবাজনো নগা ল'ৰাই ৰোমান লিপিৰে নিজৰ ভাষা পঢ়িব পৰা হ'ল। 'সৰু ল'ৰাবিলাকে কেৱল নগাভাষাৰে সহজ বাক্যবিলাক পঢ়িব পাৰে; বয়সীয়াকেইজনে কামচলাব পৰা ধৰণেৰে লিখিবও পৰা হ'ল।'[২৯] ইতিমধ্যে ব্ৰন্সন জংঘলী বা মেলেৰীয়া ৰোগত আক্ৰান্ত হয়। লগতে কেই-সপ্তাহমান কাম কৰি থকা ভনীয়েক ৰ'ডাও টান নৰিয়াত পৰে। এনে অৱস্থাত ব্ৰন্সনে পাহাৰ এৰি যাবলৈ বাধ্য হ'ল।[৩০] গৰখীয়া নোহোৱা এপাল ভেৰাবদৰে নগাহঁতক এৰি যাবলৈ বৰ দুখ হয়। নগাবিলাকেও বেজাৰত কৈছিল — 'আমি ইয়াত তোমাৰ মৃত্যু হোৱাটো বাঞ্চা নকৰোঁ। ভৈয়ামলৈ যোৱাগৈ, গা-ভাল হ'লেই আকৌ উভটি আহিবা।'[৩১] জয়পুৰলৈ অহাৰ পাছতো ব্ৰন্সনৰ স্বাস্থ্যৰ উন্নতি নহ'ল আৰু আনফালে নেৰা-নেপেৰা নৰীয়াৰ শেষত ১৮৪০ চনৰ ৮ ডিচেম্বৰৰ দিনা মিছ ব্ৰন্সনৰ মৃত্যু হয়।[৩২]

## শিৱসাগৰ, নগাঁও আৰু গুৱাহাটী মিছন

জয়পুৰতো ব্ৰাওনৰ আশা পূৰণ ন'হল। তেওঁ বোৰ্ডলৈ লিখিছিল— 'আমাৰ আশা পূৰণ হোৱা নাই......জনসংখ্যা বঢ়াৰ ঠাইত কমিহে গৈছে ..... ঠাইখন অস্বাস্থ্যকৰ আৰু সেৰেঙা বসতি কাৰণে মিছনেৰীৰ কাৰণে পৰিস্থিতি একেবাৰে নৈৰাশ্যজনক।[৩৩] সেইবাবে ব্ৰাওনে সেই-সময়ৰ মধ্য আৰু উজনি অসমৰ সু-প্ৰসিদ্ধ শিৱসাগৰ নগৰলৈ মিছনক উঠাই নিয়াৰ কথাকে থিৰাং কৰে। বৰ্তমান অৱস্থাত পাৰ্বত্য অঞ্চলত প্ৰচাৰ কাৰ্য চলোৱা যে অতিশয় কষ্টকৰ আৰু বিপদজনক এই

কথা মিছনেৰীসকলে উপলব্ধি কৰিলে। গতিকে কিছুকাললৈ ভৈয়ামতে সিবিলাকৰ কাম-কাজ সীমাবদ্ধ কৰাকে স্থিৰ কৰিলে। এই অনুসাৰে ১৮৪৩ চনৰ শেষৰপিনে ব্ৰাওনে আৰু কট্টাৰে শিৱসাগৰত থিতাপি ল'লে; বাৰ্কাৰ গুৱাহাটীলৈ আৰু ব্ৰন্সন নগাঁৱলৈ আহিল। প্ৰতি কেন্দ্ৰতে সিবিলাকে একোখন বা ততোধিক স্কুল খুলিলে। এইবিলাকত স্থানীয় নাইবা কলিকতাৰপৰা অহা শিক্ষকৰ সহায়ত ল'ৰা-ছোৱালী উভয়কে ঘাইকৈ স্বধৰ্মৰ শিক্ষা দিয়া হৈছিল। এই অনুষ্ঠানসমূহৰ ভিতৰত ১৮৪৩ চনত ব্ৰন্সনে প্ৰতিষ্ঠা কৰা অনাথ প্ৰতিষ্ঠানখনেই (Orphan Institute) প্ৰধান আছিল। ইয়াৰ মূল উদ্দেশ্য আছিল—প্ৰদেশৰ সকলো ঠাইৰে অনাথ আৰু দুষ্ট প্ৰকৃতিৰ ল'ৰা ছোৱালী আনি যীশুৰ বাণী আৰু কাৰিকৰী বিদ্যাত প্ৰশিক্ষণ দিয়া।[৩৪] তিনিওটা মিছনৰ সমন্বয় সাধনৰ উদ্দেশ্যে ১৮৫১ চনত এখন বেপ্তিষ্ট এছ'চিয়েছন গঠন কৰা হয় আৰু সেই বছৰবে ৩০ অক্তোবৰত ইয়াৰ শিৱসাগৰত বহা প্ৰথম অধিবেশনত পৰস্পৰৰ সহায়-সহযোগেৰে প্ৰচাৰ-কাৰ্য সম্প্ৰসাৰণৰ উদ্দেশ্যে এখন সংবিধান যুগুত কৰা হয়।[৩৫]

### পঞ্চাশৰ দশকৰ সংকট

১৮৮০ চনত মেৰিয়ামে (Merriam) মন্তব্য কৰিছিল—'আমাৰ মিছনে একমাত্ৰ অসমতে (অৰ্থাৎ ভৈয়ামত) প্ৰচাৰ কাৰ্য চলোৱাত ব্যস্ত থকা হ'লে হয়তো বহুত আগতেই অসমত মিছনৰ সমাপ্তি ঘটিলহেঁতেন।"[৩৬] ইয়াৰ কাৰণ নোহোৱা নহয়। ১৮৪১ চনত জয়পুৰত ব্ৰন্সনে তেওঁৰ প্ৰথম অসমীয়া শিষ্য নিধি লেভিক (Nedhi Levy) শৰণ দিয়ে। ইয়াৰ পাছত আৰু দুজনহে ন-শৰণীয়া হয়—বলিৰাম আৰু ৰামসিংহ। এপিনে নৈৰাশ্যজনক ধৰ্মপ্ৰচাৰ আৰু আনপিনে অ'ত-ত'ত সিঁচৰতি হৈ থকা কেইজনমান মিছনেৰীয়ে এইকাম কৰাটো ব্যয়বহুল বুলি অনুভৱ কৰিছিল। ব্ৰাওনে ১৮৪৩ চনৰ ২২ ছেপ্টেম্বৰত ডায়েৰীত লিখিছিল—

ব্ৰহ্মদেশৰপৰা প্ৰথম আহোঁতে যেনে আছিলোঁ—কট্টাৰ আৰু মই এতিয়াও একেদৰেই অকলশৰীয়া। বোৰ্ডে জানে যে, আমি বাহিৰা কামত ইমান ব্যস্ত যে ধৰ্মপ্ৰচাৰৰ বাবে আমাৰ সময় নাথাকে। শৰীৰৰ অৱস্থা যি নহওক……ব্ৰহ্মদেশ এৰি অহাৰ সময়ত যদিহে আমি জানিলোহেঁতেন যে এই মিছন ইয়াতকৈ বেছি নিয়াৰিকৈ চলোৱাটো সম্ভৱপৰ নহয়, আমি কেতিয়াও সেই দেশ এৰি অসমলৈ নাহিলোহেঁতেন।[৩৭]



মিছনেৰীসকলৰ ইখনৰ পাছত সিখন আবেদন আৰু লগে লগে স্থানীয় বিষয়াবৰ্গই জনোৱা সমৰ্থনৰ বাবে বোৰ্ডে এ-এন ডেনফৰ্থক (A. N. Danforth) গুৱাহাটীত আৰু আই-জে ষ্টোডাৰ্ডক (I. J. Stoddard) নগাঁৱত নিযুক্তি দি ব্ৰন্সনক স্বাস্থ্যোদ্ধাৰৰ কাৰণে আমেৰিকালৈ যাবলৈ অনুমতি দিলে। তথাপিতো মিছন এটাৰ পিছত আন এটা বিপদৰ সম্মুখীন হ'ব লগা হ'ল। ভগ্নস্বাস্থ্যৰ বাবে ১৮৫০ চনত বাৰ্কাৰো ঘৰমুৱা হ'বলৈ বাধ্য হয় আৰু দুৰ্ভাগ্যবশতঃ মাজবাটতে তেওঁ মৃত্যুৰ মুখত পৰে। জাৰ্মেনিৰ লুথাৰীয় মিছনৰ (German Luthern Mission) পৰা আহি বেপ্টিষ্ট ধৰ্ম মতত শৰণ লৈ নগাঁও মিছনত যোগ দিব খোজা ডাবল চাহাবৰ (Mr. Double) কলেৰা ৰোগত মৃত্যু হয়। আকৌ ছপাশালৰ প্ৰাণস্বৰূপ অলিভাৰ কট্টাৰক 'নৈতিক স্খলনৰ বাবে' (on account of immorality) বৰ্খাস্ত কৰিব লগা হৈছিল।[৩৮] কিন্তু মিছনৰ চৰম আঘাত হ'ল ১৮৫৬ চনৰ আগভাগত নাথান ব্ৰাওনৰ পদত্যাগ। ইয়াৰ মূলতে 'কঠোৰ পৰিশ্ৰম বা স্বাৰ্থজনিত কাৰণতকৈ মানসিক যন্ত্ৰণা'ই আছিল ঘাইকৈ দায়ী।[৩৯]

১৮৫৪ চনৰ আগভাগত অসম ভ্ৰমণলৈ অহা বৈদেশিক সচিব অধ্যাপক চল'মন পেক-এ (Professor Soloman Peck) অসমৰ মিছনৰ নীতি আৰু কাৰ্যপন্থাৰ বিৰোধিতা কৰিছিল। তেওঁৰ মতেৰে মিছনবোৰে বেপ্তিষ্ট এছ'চিয়েছনৰ যোগেদি নাইবা পৰস্পৰৰ লগত পৰামৰ্শক্ৰমে যোগাযোগ নকৰি বোৰ্ডৰ লগত প্ৰত্যক্ষ যোগাযোগ কৰাহে উচিত। থলুৱা সহায়কক প্ৰশিক্ষণ দি মিছনলৈ বিশেষভাৱে সহায় আগ-

বঢ়োৱা অনাথ বিদ্যালয় উঠাই দিয়াটো তেওঁ বিচাৰিছিল। অনাথ আশ্ৰম বন্ধ কৰা আৰু বৈদেশিক সচিবে প্ৰৱৰ্তন কৰা বিভেদকামী নীতি মিছনেৰীসকলৰ বাবে অবমাননাৰ কথা আৰু এইটো ব্ৰাওনৰ দৰে বৰমূৰীয়া সদস্যসকলে সহ্য কৰিব পৰা নাছিল।[৪০]

প্ৰকৃততে অধ্যাপক পেকে কেইবাবছৰ ধৰি আৰ্থিক সংকটত পৰা বোৰ্ডৰ ইচ্ছাহে মাথোন সদৰি কৰিছিল। আমেৰিকানসকল তেতিয়া আগন্তুক গৃহযুদ্ধ আৰু দাস প্ৰথাৰ সন্দৰ্ভত হোৱা আন্দোলনৰ কথাত ইমান ব্যস্ত হৈ পৰিছিল যে সুদূৰ অসমৰ প্ৰতি মনোযোগ দিয়াটো তেওঁলোকৰ পক্ষে সম্ভৱপৰ নহৈছিল। দক্ষিণৰ বেপ্টিষ্ট গীৰ্জাবোৰে সংঘৰপৰা পদত্যাগ কৰিছিল আৰু ইয়াৰ ফলত উত্তৰৰ মিছনৰ বিত্তীয় অৱস্থাত প্ৰতিকূল প্ৰতিক্ৰিয়া হৈছিল। ৰেভাৰেণ্ড ডাউন্সে উল্লেখ কৰা মতে বোৰ্ডে ১৮৫২ চনত বৰঙণিস্বৰূপে লাভ কৰা একলাখ ডলাৰতকৈও অধিক ধন ১৮৬২ চনত ৭৪,০০০ ডলাৰলৈ কমি যায়।[৪১] গতিকে বোৰ্ডে ইয়াৰ কাৰ্যক্ষেত্ৰ বৃদ্ধি কৰা নাইবা আনকি বৰ্তমান থকা কাৰ্যক্ষেত্ৰসমূহ উপযুক্তভাৱে চলাই যোৱা কোনোটোকে বিচৰা নাছিল। এনে উৰাবাতৰি প্ৰচাৰ হৈছিল যে অসমখন সুদূৰ আৰু ইয়াৰ ধৰ্মপ্ৰচাৰো আশাজনক নহয়। গতিকে মিছন বন্ধ কৰি দিয়াটো সমীচীন হ'ব। আমেৰিকাৰপৰা অহা চিঠি-পত্ৰই আনন্দৰ বতৰাৰ পৰিবৰ্তে 'পঢ়াশালি বন্ধ কৰা, থলুৱা প্ৰচাৰকক বৰ্খাস্ত কৰা, অনুবাদ ধৰ্মীয় প্ৰচাৰ-পুথিৰ ছপা বন্ধ কৰা, মিছনেৰীসকল উভতি যোৱা'[৪২] এনেবোৰ বাতৰি দি নিৰুৎসাহৰ সৃষ্টি কৰিছিল।

ইতিমধ্যে ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ প্ৰতিক্ৰিয়াৰ ফলত মিছনেৰী-সকলৰ প্ৰচাৰ-কাৰ্য চলাই যোৱাটো টান হৈ পৰিল। উত্তৰ ভাৰতৰ চিপাহীৰ হাতত ইংৰাজ পুৰুষ-মহিলাৰ জীৱন হানিৰ ভয়াবহ কাহিনী ব্ৰহ্মপুত্ৰ উপত্যকাত বিয়পি পৰিল। গুৱাহাটীপৰা ডেনফৰ্থে বাতৰি দিলে যে, 'থলুৱা খ্ৰীষ্টানসকলক ভীতি প্ৰদৰ্শন কৰা হৈছে আৰু চাহাব নাইবা মিছনেৰীসকলক বধ কৰাৰ পিছত তেওঁলোকেই হ'ব পৰৱৰ্তী লক্ষ্য।[৪৩] ইংৰাজসকলৰ জীৱন আৰু সা-সম্পত্তি ৰক্ষা কৰিবলৈ গোটেই



উত্তৰ-পূব সীমান্তত এজনো ইউৰোপীয়ান সেনা নাছিল। সকলো ইউৰো-পীয়ান মানুহক গুৱাহাটীত একগোট কৰাৰ অৰ্থে আঁচনি প্ৰস্তুত কৰা হৈছিল; আনকি নিতৌ পুৱা মিছনেৰীসকলেও সামৰিক প্ৰশিক্ষণ ল'ব লগা হৈছিল। ব্ৰন্সনে আমেৰিকালৈ যোৱাৰ উদ্দেশ্যেৰে নাৱেৰে ৰাতিয়ে ৰাতিয়ে গুৱাহাটীলৈ পলাই গৈছিল। অন্যান্য মিছনেৰীসকলে বিদ্ৰোহ নাইবা বেমাৰৰ ভয়ত ছুটী ল'ব লগা হৈছিল আৰু ফলত ১৮৫৮ চনত কাৰ্য-ক্ষেত্ৰত মাত্ৰ এজনহে মিছনেৰী আছিল।[৪৪]

## সোঁতৰ সলনি : জনজাতি অঞ্চল

কলিকতাৰপৰা নৌ-বাহিনীৰ ছুটা বিগ্ৰেডৰ আগমন আৰু স্থানীয় কৰ্তৃ-পক্ষই লোৱা সবল ব্যৱস্থাৰ ফলত ১৮৬১ চনৰ শেষভাগত ৰাইজৰ মনলৈ পুনৰ আস্থা ঘূৰি আহিল। সিফালে আমেৰিকাত গৃহযুদ্ধৰ অৱসান হোৱাৰ লগে লগে অসমলৈ অধিক ধন আৰু মিছনেৰী পঠিয়াব পৰা হ'ল। পলমকৈ হ'লেও, মিছনেৰীসকলে উপলব্ধি কৰিলে যে তেওঁলোকে ভৈয়ামতকৈ পাহাৰৰ পিনেহে চকু দিব লাগিব। বৈদেশিক সচিবে তেওঁৰ প্ৰতিবেদনত জনজাতিসকলক ধৰ্মান্তৰিত কৰাৰ ওপৰত গুৰুত্ব দিছিল। এওঁলোকক তেওঁ অসমৰ 'কাৰেন' আখ্যা দিছিল।[৪৫]

> কাৰেন সকলৰদৰে তেওঁলোকে মূৰ্তিপূজা নকৰে অথচ এক পৰম-আত্মাৰ অস্তিত্ব স্বীকাৰ কৰে ..... তেওঁলোকৰ কোনো জাতিভেদ বা পুৰোহিত ব্যৱস্থাও নাই। তেওঁলোকৰ মাজত যদি কিছু পৰিমাণে ধৰ্মপ্ৰচাৰ চলোৱা যায়, সন্দেহ নাই আমাৰ ভাইইঁতে ব্ৰহ্মদেশৰদৰেই গৌৰৱ কৰিব পৰা ফল পোৱা যাব।

সামৰণিত তেওঁ মন্তব্য কৰিছিল,

> পৰ্বতীয়া জনজাতিবিলাকেই হ'ল অসমৰ আশা ভৰসাৰ স্থল। তেওঁলোকৰ মাজেদিয়েই খ্ৰীষ্টধৰ্ম আৰু সভ্যতাৰ সুঁতি গাতে লাগি থকা ভূটান, তিব্বত, মণিপুৰ আৰু সম্ভৱতঃ চিহাৰলৈ বৈ যাব।[৪৬]

ইতিমধ্যে নগাঁৱৰ কেউকাষে থকা মিকিৰ (কাৰ্বি) বিলাকে মিছনেৰী-সকলৰ দৃষ্টি আকৰ্ষণ কৰে। এইবিলাক জনজাতিৰ মাজত কেইবা-জনো মিছনেৰীয়ে প্ৰচাৰ-কাৰ্য আৰম্ভ কৰিছিল। কিন্তু নগাঁৱৰ কামৰ হেঁচা, বেমাৰৰ প্ৰকোপ আৰু দুই-চাৰিৰ মৃত্যুৰ বাবে সিবিলাক সিমান সফল হ'ব পৰা নাছিল।[৪৭] ভোটৰ পৰ্বতৰ নামনি আৰু কামৰূপৰ কিছুমান অঞ্চলত বাসকৰা কছাৰীসকলৰ ধৰ্মীয় গোড়ামি নথকা বাবে যীশুৰ বাণী প্ৰচাৰৰ বাবে দেখাত তেওঁলোকৰ অনুকূল মনোভাৱ আছিল। বাৰ্কাৰে সিবিলাকৰ গাঁৱে-ভূঞে প্ৰায়ে ভ্ৰমণ কৰিছিল আৰু গুৱাহাটীৰ গীৰ্জালৈ যিসকল আহিছিল, তেওঁলোকৰ লগত আলোচনা কৰিছিল। ৰেভাৰেণ্ড ডাউন্সে কোনোমতে গীৰ্জাসমূহ গুৱাহাটীৰ লগত সাঙুৰি দিয়াৰ পিছৰেপৰা যুটীয়া কামৰ খতিয়ান নাইবা পৰিসংখ্যা পোৱা নাযায়।[৪৮] গাৰোবিলাকৰ মাজত খ্ৰীষ্টৰ বাণী প্ৰচাৰৰ বাবে মিছনেৰীসকলতকৈ স্থানীয় কৰ্তৃপক্ষ কম আগ্ৰহী নাছিল। স্কটৰ প্ৰচেষ্টা ব্যৰ্থ হোৱাৰ পিছত ১৮৩৭ চনত জেনকিন্স চাহাবে গুৱাহাটীত এটা মিছন পাতিবলৈ পৰামৰ্শ দিয়ে। তেওঁ বঢ়িয়াকৈ বুজিছিল—'গাৰোবিলাকৰ দুষ্কাৰ্যৰ অৱসান ঘটাই সিবিলাকৰ মনোভাৱ আৰু সংস্কাৰ সাধনত খ্ৰীষ্টীয় শিক্ষাত বাদে আন উপায় নাছিল।'[৪৯] ১৮৪৫ চনত গোৱালপাৰাৰ খ্ৰীষ্টানসকলে এখন স্কুল পাতিবলৈ আবেদন কৰে। সেই অনুসৰি ১৮৪৭ চনত কমিছনাৰে বেপ্টিষ্টসকলৰ তত্ত্বাৱধানত সেই-ঠাইত এখন স্কুল পতা ঠিক কৰে।[৫০] এই স্কুলৰ ছাত্ৰসকলৰ ভিতৰত পোনতে ৰামখে (Ramkhe) আৰু ওমেড (Omed) নামৰ দুজন ছাত্ৰক ১৮৬৩ চনৰ ফেব্ৰুৱাৰী মাহত অসমীয়া খ্ৰীষ্টান কান্দুৰাই খ্ৰীষ্টধৰ্মত দীক্ষিত কৰে। গাৰোপাহাৰলৈ গৈ যীশুৰ বাণী প্ৰচাৰ কৰিবলৈ তেওঁলোকক উৎসাহ দিয়া হৈছিল। ১৮৬৭ চনত ব্ৰন্সনে এই অঞ্চল ভ্ৰমণ কৰোঁতে দেখিছিল যে ডেপুটি কমিছনাৰৰ পৃষ্ঠপোষকতাত ওমেডে ৰাজচিমলাত এটা মিছন আৰু ৰামখেই ডামৰাত এখন স্কুল প্ৰতিষ্ঠা কৰিছে। পাহাৰী মানুহৰ নানা ককৰ্থনা, ইতিকিং—আনকি নালাগে প্ৰাণহানিৰ ভাবুকিও আওকাণ কৰি ইমান আন্তৰিকতাৰে তেওঁলোক দুজনে কাম কৰিছিল যে, ব্ৰন্সনে ৰাজচিমলাত ৩৭ জন গাৰোক তেতিয়াই শৰণ



দিবলৈ সক্ষম হৈছিল।[৫১] ইতিমধ্যে গুৱাহাটী আহি পাওঁতেই ষ্টোডাৰ্ডৰ পৰিয়ালক গোৱালপাৰালৈ বদলি কৰি তাতে মিছনৰ সদৰ কাৰ্যালয় পতা হয়।

বংগদেশৰ লেফটেনাণ্ট গৱৰ্নৰে বাৰে বাৰে কৰা অনুৰোধ সত্বেও অস্বাস্থ্য-কৰ জলবায়ু আৰু পাহাৰীয়া মানুহৰ বৈৰীতাৰ বাবে ষ্টোডাৰ্ডৰ তুৰাত এটা মিছন পতা সম্ভৱপৰ নহৈছিল। আনকি নালাগে তেতিয়া স্থানীয় ধৰ্মপ্ৰচাৰকেও প্ৰাণৰ দায়ত পাহাৰৰ মাজলৈ সোমাবলৈ সাহ নকৰিছিল। যদিও ১৮৭২-৭৩ চনত পাহাৰ অঞ্চলো বৃটিছ চৰকাৰৰ দখললৈ আহি মিছনৰ কিছু নিৰাপত্তা আহিছিল। ষ্টোডাৰ্ডে তেতিয়া ছুটী ল'ব লগা হোৱাত আৰু নতুন প্ৰচাৰক নিযুক্তি নোহোৱাত মিছন পাহাৰ অঞ্চললৈ সোমাব পৰা নাছিল। ১৮৭৫ চনত মিছনত যোগদান কৰা ৰেভাৰেণ্ড চি. মেছন (Rev. C. Mason) আৰু ই.জি ফিলিপছে (Rev. E.G. Phillips) তুৰালৈ সদৰ কাৰ্যালয় স্থানান্তৰিত কৰে। তেওঁলোকৰ সুযোগ্য নেতৃত্বৰ বলত গাৰোসকলৰ মাজত মিছনে উল্লেখযোগ্য উন্নতি সাধে। ১৯১০ চনৰ ভিতৰত অকল গীৰ্জাৰ সদস্য-সংখ্যা ৪,০০০ লৈ বৃদ্ধি পোৱাই নহয়, এই মিছন বেপ্টিষ্ট মিছন এছ'চিয়েছনৰ এটা 'আটাইতকৈ আত্মনিৰ্ভৰশীল, উন্নতিশীল, সম্ভাৱনাপূৰ্ণ মিছন' স্বৰূপে প্ৰমাণিত হয়।[৫২]

১৮৬৯ চনত ই. ডব্লিউ ক্লাৰ্কে (E.W. Clark) শিৱসাগৰ মিছনত যোগ দিয়াৰ আগলৈকে নগাসকলৰ মাজত প্ৰচাৰ-কাৰ্য বন্ধ আছিল। অসমীয়া মানুহৰ মাজত চলোৱা নিষ্ফল প্ৰচাৰ-অভিযান ত্যাগ কৰি ক্লাৰ্কে আও নগাৰ মাজত এটা মিছন স্থাপন কৰিবলৈ ঠিৰাং কৰে। তেওঁৰ উদগনিত ১৮৭১ চনত গধূলা ওৰফে ৰুটাছ ব্ৰাওনে (Rutus Brown) আও দোৱান শিকি খ্ৰীষ্টৰ বাণী প্ৰচাৰ কৰিছিল আৰু কেইবাৰো ডেকা হাইমঙলৈ গৈছিল। গধূলাৰ যোগেদি শিৱসাগৰত ন-জন আও নগাই খ্ৰীষ্টধৰ্মত শৰণ লয় আৰু উভতি যোৱাৰ পিছত তেওঁলোকে নিজাগাঁৱতে এটি সৰু গীৰ্জাঘৰ সাজে।[৫৩] ইনাৰলাইন ৰেগু-

লেছনচ (১৮৭৩) অৰ ফলত ক্লাৰ্কে আওসকলৰ মাজত এটা মিছন পতাৰ অসুবিধা হৈছিল। তেতিয়াৰ কমিছনাৰ হেন্‌ৰী হপ্‌কিন্সনে 'এজন চাহ খেতিয়ক আৰু মিছনেৰীৰ মাজত' পাৰ্থক্য দেখুৱাই এজনক এটা সীমাত ৰ'বলৈ কৈ আনজনক সেইটো অতিক্ৰম কৰিব পাৰে বুলি কোৱা[৫৪]—এনে কাৰ্যত অসম্মতি প্ৰকাশ কৰিছিল। যেতিয়া নগাসকলৰ কিছুমানে নিজেই মিছনেৰীসকলক আমন্ত্ৰণ জনালে, ইংৰাজ চৰকাৰে তেতিয়া মিছনেৰীসকলক কাম কৰাৰপৰা বিৰত কৰিবলৈ কোনো যুক্তি বিচাৰি নেপালে।[৫৫] ১৮৭৬ চনত ক্লাৰ্কে এটা মিছন স্থাপন কৰাৰ বাবে হাইমঙলৈ গৈছিল। কিন্তু তালৈ গৈ দেখা পালে যে নগাইঁতে আন গাঁৱত আক্ৰমণ চলাইছে নাইবা তেওঁলোকৰ নিজৰ গাঁও আনৰদ্বাৰা আক্ৰান্ত হৈছে। কোনো ধৰণৰ আক্ৰমণ নচলা অৱস্থাতো স্বাভাৱিক জীৱন চলাই থাকিব পৰা যিকোনো জৰুৰী অৱস্থাৰ বাবে নগাইঁত সদায় সাজু হৈ থাকিব লগা হৈছিল। খ্ৰীষ্টান নগাসকলেও গাঁৱৰ প্ৰতিৰক্ষা আৰু আক্ৰমণ দুয়োবিধ কাৰ্যতে ভাগ ল'ব লাগে বুলি আশা কৰা হৈছিল; তেনে কাৰ্যত বা মদ খোৱাকে ধৰি গাঁৱলীয়া উৎসৱত ভাগ ল'বলৈ অনিচ্ছা প্ৰকাশ কৰাৰ ফলত তেওঁলোক দিনক দিনে ৰাইজৰ বিৰাগভাজন আৰু অত্যাচাৰৰ সম্মুখীন হ'বলগা হৈছিল। তীব্ৰ বাধাৰ সম্মুখীন হৈয়ো ক্লাৰ্কে মলুঙৰ ওচৰত মিছন এটা আৰম্ভ কৰিলে আৰু পিছৰ বছৰত মিচেচ ক্লাৰ্কে পূৰ্ণ উদ্যমেৰে প্ৰচাৰ-কাৰ্য চলোৱাৰ বাবে তেওঁৰ স্বামীৰ ওচৰ পালেহি।[৫৬] ১৮৮৫ চনত ড° ডব্লিউ-এচ ৰিভেনবুৰ্গ (Dr. W. S. Rivenburg) আহি পোৱাৰ পিছত ক্লাৰ্কে নবছৰ ধৰি চলোৱা অক্লান্ত পৰিশ্ৰমৰ পিছত ছুটী ল'লে। এই নবছৰৰ ভিতৰত আও নগাসকলৰ মাজত খ্ৰীষ্টানৰ সংখ্যা 'শূন্যৰপৰা ৭১ জনলৈ বৃদ্ধি পাইছিল; থলুৱা মানুহৰ আগৰ শত্ৰুতাভাৱ বন্ধুত্বলৈ ৰূপান্তৰিত হৈছিল'; কিয়নো তেওঁলোকে 'তেওঁক ভাল পাবলৈ আৰু শ্ৰদ্ধা কৰিবলৈ'[৫৭] শিকিছিল।

আও ফৈদৰ উপৰি আংগামী আৰু ল'ঠা নগাবিলাকেও ক্লাৰ্কৰ দৃষ্টি



আকৰ্ষণ কৰিছিল। তেওঁৰ অনুৰোধক্ৰমে আটাইতকৈ শক্তিশালী আৰু যোদ্ধা আংগামীৰ মাজত এটা প্ৰচাৰ-কেন্দ্ৰ স্থাপন কৰিবলৈ বোৰ্ডে চি-ডি কিঙক (C.D King) নিযুক্তি দিছিল। ১৮৭৮ চনত কহিমা বিদ্ৰোহৰ ফলত কিঙে কিছুদিনৰ বাবে চামগুটিঙৰ (Samaguting) ওচৰত ঠাই লয় আৰু তাৰপিছত ১৮৮০ চনৰ মাৰ্চ মাহলৈকে তেওঁ শিৱসাগৰত থাকিব লগা হৈছিল। বিদ্ৰোহৰ অৱসানত কিং কহিমালৈ আহে আৰু ন-শৰণীয়া পুনাৰামৰ সহায়ত তাত এখন স্কুল পাতে। কেইমাহমানৰ ভিতৰতে এই স্কুলৰ ছাত্ৰৰ সংখ্যা ত্ৰিশজন হয়গৈ। ১৮৮৩ চনত কহিমাত বেপ্টিষ্ট গীৰ্জা স্থাপন কৰা হ'ল আৰু দুবছৰৰ ভিতৰতে ইয়াৰ সদস্যৰ সংখ্যা বৃদ্ধি হয়। ১৮৮৭ চনত শাৰীৰিক অসুস্থতাৰ বাবে কিঙে পাহাৰ-অঞ্চল এৰিব লগা হ'ল আৰু তেওঁৰ ঠাইত ড° ৰিৱেনবাৰ্গে (Dr. Rivenburg) এই ঠাইলৈ কাম কৰিবলৈ আহিব লগা হয়।[৫৮]

উত্তৰ পূবে বাস কৰা ল'ঠা নগাবিলাকো কম দুৰ্ধৰ্ষ আৰু যোদ্ধা নাছিল। ১৮৭৪ চনত ল'ঠাইঁতৰ শত্ৰুতাৰ বাবে পলিটিকেল অফিচাৰ কেপ্টেইন বাটলৰৰ মৃত্যু ঘটে। তেওঁৰ ঠাইত হিন্দ (Hind) চাহাবে উখাৰ যাঠীজন চিপাহীৰে এটা চাউনী পাতে। এই সুযোগতে ক্লাৰ্কৰ অনুৰোধক্ৰমে মিঃ উইটাৰে (Mr. Witter) সেই ঠাইত কাম আৰম্ভ কৰে আৰু ল'ঠা ভাষাৰ এখন ব্যাকৰণ তৈয়াৰ কৰে। দুৰ্ভাগ্যক্ৰমে ভগ্নস্বাস্থ্যৰ বাবে তেওঁলো পাহাৰ এৰিবলৈ বাধ্য হয় আৰু তেতিয়াৰপৰা ল'ঠা নগাৰ মাজত যীশুৰ বাণীৰ প্ৰচাৰ-কাৰ্য কহিমা আৰু আন আন মিছনৰ পৰাহে চলাই থকা হয়।[৫৯]

অসমৰ চাহবাগিচাবিলাকত কাম কৰা ছোটনাগপুৰৰপৰা অহা বনুৱাসকলেও বেপ্টিষ্ট মিছনেৰীসকলৰ দৃষ্টি আকৰ্ষণ কৰে। এই বনুৱাসকলে তেওঁলোকৰ আদিম বাসভূমিত জাৰ্মেনিৰ গছেনৰ ছ'চাইটিৰ (Gossener Society) অন্তৰ্ভুক্ত মিছনসমূহৰ যোগেদি খ্ৰীষ্টধৰ্মৰ কিছু আভাস পাইছিল। হিন্দুধৰ্মৰ দ্বাৰা বিশেষ প্ৰভাৱান্বিত নোহোৱাৰ

উপৰিও তেওঁলোকৰ ধৰ্মমতৰ লগত অসমৰ জড়োপাসক (animists) সকলৰ কিছু মিল থকা হেতুকে এওঁলোকে যীশুৰ বাণীৰ প্ৰতি সহজতে আকৃষ্ট হৈছিল। প্ৰথম পৰ্যায়ত যদিও কিছুমান বাগিচাৰ মালিকে বনুৱাবিলাক খ্ৰীষ্টান হ'লে বাগানৰ কাম-কাজত কিছু ব্যাঘাত হ'ব বুলি শংকা কৰিছিল আৰু মিছনেৰী প্ৰৱেশত কিছু বাধাও দিছিল, উনৈশ শতিকাৰ শেষৰফালে মিছনেৰীসকলে বনুৱাসকলৰ মাজতো প্ৰচাৰ-কাৰ্যত বহুতো আগবাঢ়িছিল। ১৮৯৮ চনত গোলাঘাট মিছনে ১০৭ জন চি.ই পেট্ৰিকৰ (C. E. Petric) অধীনত শিৱসাগৰ মিছনে আৰু জন ফাৰ্থে (John Firth) লক্ষীমপুৰত শ শ বনুৱাক খ্ৰীষ্ট ধৰ্মত শৰণ দিছিল। মেৰিয়ামে কয়ঃ

> সাম্প্ৰতিক কালছোৱাত গাৰো, নগা আৰু চাহবাগিচাৰ বনুৱাৰ মাজত হোৱা উন্নতিয়ে অসমৰ মিছনৰ প্ৰকৃতি সম্পূৰ্ণ সলনি কৰিছে আৰু নিৰুৎসাহেৰে ভৰা বছৰবোৰ উজ্জ্বল আশাপূৰ্ণ ভৱিষ্যতলৈ ৰূপান্তৰিত হৈছে।[৬০]

মিছনৰ প্ৰতিবেদনসমূহৰপৰা দেখা যায় যে, সামৰিক আৰু অ-সামৰিক—দুয়োশ্ৰেণীৰ ইউৰোপীয় বিষয়াসকলে মিছনবিলাকৰ কৃতকাৰ্যতাৰ বাবে যথেষ্ট বৰঙনি যোগাইছিল।[৬১] জেনকিন্সে তেওঁৰ প্ৰতিশ্ৰুতি অনুসৰি ছপাশাল এটাৰ যোগান ধৰাৰ উপৰিও মিছনৰ কামত নিয়মীয়াকৈ বছৰেকীয়া বৰঙনি আগবঢ়াইছিল। তেওঁৰ দৃঢ় ছুপাৰিছৰ বাবেই ভাৰত চৰকাৰৰদ্বাৰা ঘোষিত ধৰ্মনিৰপেক্ষতাৰ নীতি সত্বেও বংগ চৰকাৰে নগা মিছনলৈ মাহিলী এশ টকাকৈ অনুদান আগবঢ়ায়।[৬২] কেপ্টেইন হেন্নেই (Captain Hannay) তেওঁৰ পাঁচশ টকাৰ বৰঙনিৰ উপৰিও, ১৮৪৩ চনত শিৱসাগৰলৈ বদলি হোৱাৰ পিছত তেওঁৰ বঙলাটো ছপাশালৰ কাৰণে ব্যৱহাৰ কৰিবলৈ দিয়ে। একেদৰে আসাম চাহ কোম্পানীৰ অধীক্ষক চাৰ্লছ. ব্ৰুচে জয়পুৰত থকা অৱস্থাত ব্ৰাওন আৰু কট্টাৰলৈ সা-সুবিধা আগবঢ়ায়। শিৱসাগৰত থকা চিকিৎসক ডাঃ ফাৰ্নেলে মিছনলৈ বিনামূলীয়াকৈ চিকিৎসা



আগবঢ়োৱাৰ উপৰিও আন ধৰণেৰে সহায়-সহযোগ আগবঢ়াইছিল।[৬৩]

## বাধা-বিঘিনি : ফলাফল

উদাৰভৱে আগবঢ়োৱা দান-বৰঙনি সত্বেও, মিছনেৰীসকলে খ্ৰীষ্টৰ বাণী প্ৰচাৰ-কাৰ্যত নানা বাধা-বিঘিনিৰ সন্মুখীন হ'ব লগা হৈছিল। আমেৰিকাৰপৰা নাৱেৰে তেওঁলোকৰ কাৰ্যক্ষেত্ৰ আহি পাওঁতেই ছমাহতকৈ বেছি সময় লাগিছিল। উদাহৰণ স্বৰূপে, বাৰ্কাৰে অক্টোবৰ মাহত ব'ষ্টন এৰি পিছৰ বছৰ মে' মাহতহে জয়পুৰত ভৰি দিছিল। কলিকতাৰপৰাও জলপথেৰে আহিবলগা হৈছিল। ব্ৰহ্মপুত্ৰইদি কৰা ভ্ৰমণৰ সময়ত যি বিপদৰ সন্মুখীন হ'বলগা হৈছিল তাক কল্পনাহে কৰিব পাৰি, বৰ্ণনা কৰা সম্ভৱপৰ নহয়। বৰ্তমানৰ দৰেই জাৰকালি 'নৈখন শুকাই জলপথ অসুবিধাজনক হৈ পৰিছিল। নাওখন প্ৰায়েই আকস্মিকভাৱে একোটাহঁত বালিচৰত ঠেকা খায় আটক হৈ যাব লগা হৈছিল; সিফালে বাৰিষা ইয়াৰ সোঁত আছিল প্ৰবল। গতিকে নৈৰ তলিখন প্ৰায়েই সলনি হৈছিল; আকৌ কেতিয়াবা কাষৰীয়া গড়াৰপৰা খহিপৰা মাটি-বালি জমা হৈ নাও চলোৱা অতিশয় বিপদজনক হৈ পৰিছিল। নৈৰ গতিপথৰ মাজে মাজে আছিল বনৰীয়া হাতী, গঁড়, বাঘ আৰু ম'হেৰে ভৰা অতপা হাবি। ৰাতি নাও চপোৱাৰ সময়ত উবালি অহা গছে যি বিপদৰ সৃষ্টি কৰিছিল তাৰদ্বাৰা প্ৰথম পৰ্যায়ৰ আগৰণুৱা সকলৰ একোজনৰ ভাগ্যৰ বিপৰ্যয় ঘটিছিল।'[৬৪] সিবিলাকৰ কাৰ্যক্ষেত্ৰ আছিল হাবি-বন-পাহাৰে ভৰা বা আগুৰি থকা অস্বাস্থ্যকৰ দুৰ্গম অঞ্চল। মেলেৰিয়া, ক'লাজ্বৰ, হাইজা ৰোগৰ প্ৰাদুৰ্ভাৱত প্ৰায়ে হাজাৰ হাজাৰ লোক মৃত্যুৰ মুখত পৰিছিল।[৬৫] আনকি তেতিয়ামতো যোগাযোগ ব্যৱস্থা আছিল অতিকৈ সংকটজনক; মানুহে কঢ়িয়াই নিয়াৰ বাদে পৰিবহনৰ একো ব্যৱস্থা নাছিল। বিভিন্ন জাতি-উপজাতিৰ দোৱান আৰু মনোভাৱৰ বুজ লোৱাটো মিছনেৰীসকলৰ অপৰিহাৰ্য হ'লেও এটা মহান সমস্যা আছিল। ইয়াৰবাবে

প্ৰয়োজনীয় বয়-বস্তুৰ টোপোলা বহন কৰি তেওঁলোকে খোজকাঢ়িয়েই সময়ত শ শ মাইল যাব লগা হৈছিল। ৰাতি হ'লে মুকলি পথাৰ বা সেইকালৰ বাটকুৱাৰ বিশ্ৰামঘৰ গাঁৱৰ নামঘৰত কটাব লগা হৈছিল।[৬৬] নিঃসহায় অৱস্থা[৬৭], প্ৰতিকূল জলবায়ু আৰু আওহতীয়া প্ৰচাৰ কেন্দ্ৰ — এইবিলাকৰ উপৰিও মিছনেৰীসকল পৰ্বতীয়া মানুহৰ অবিশ্বাসী আৰু সন্দেহভাজন হ'বলগা হৈছিল; তেওঁলোকৰ চকুত সকলো চাহাব –বগা বৰণৰ মানুহ আছিল ইংৰাজৰ চোৰাংচোৱা। মিছেচ ওৱাৰ্ডে নগা পাহাৰত ক্লাৰ্ক পৰিয়ালে সম্মুখীন হোৱা বিভিন্ন বাধা-বিঘিনিৰ বিষয়ে লিখিছে:

> (তেওঁলোকে) কেইবাবছৰ ধৰি চৰকাৰী ৰক্ষণাবেক্ষণ নোহোৱাকৈ এটা অমাৰ্জিত, বৰ্বৰ জাতিৰ মাজত, ইউৰোপীয় সমাজৰপৰা বিচ্ছিন্ন অৱস্থাত, অলিখিত ভাষা এটা শিকি কাল কটাইছিল··· মাজে-সময়ে একোটা নগাক ওচৰৰ ডাকঘৰলৈ যোৱাৰ কামত নিয়োগ কৰি তেওঁলোকে বহিৰ্জগতৰ বতৰা পাইছিল। প্ৰায়েই এই মানুহবিলাকৰ ৰক্তলোলুপ স্বভাৱৰ বাবে তেওঁলোক আগন্তুক বিপদৰ সম্মুখীন হৈছিল– বিভিন্ন গাঁৱৰ মাজত পাৰম্পৰিক আক্ৰমণ চলিছিল আৰু তেওঁলোকে শত্ৰুৰ হাত আৰু মূৰ হাতত লৈ নিজৰ গাঁৱলৈ গৈছিল।[৬৮]

এই ক্ষেত্ৰত অসমীয়া ধৰ্মগুৰু আৰু পুৰোহিতসকলে তুলনামূলকভাৱে সুবিধাজনক পৰিস্থিতিৰ মাজত কাম কৰিব পাৰিছিল। ভৈয়ামৰ মানুহৰ বাবে পৰ্বতীয়া অঞ্চল সদায় মুকলি আছিল। পাহাৰীয়াইঁতে কেৱল ভৈয়ামলৈ ঘন ঘনকৈ অহাই নহয়, তেওঁলোকৰ বহুতে ভৈয়ামত বসবাস কৰিছিল। বিভিন্ন দোৱান ব্যৱহাৰ কৰা পৰ্বতীয়া জাতিসমূহৰ মাজত অসমীয়া ভাষাই আছিল যোগাযোগৰ একমাত্ৰ মাধ্যম। পাহাৰ আৰু ভৈয়ামৰ মাজত সঘনে যোগাযোগ চলিছিল আৰু প্ৰকৃততে সীমান্ত অঞ্চলত উভয় পক্ষৰ মাজত এক সমন্বয়ৰ প্ৰক্ৰিয়া চলি আছিল। সংৰক্ষিত আৰু থলুৱাকৈ পোৱা তথ্যপাতিৰপৰা এই



কথাৰ যথেষ্ট প্ৰমাণ পোৱা যায় যে কেইজনমান গোসাঁয়ে নামচঙীয়া আৰু বৰদুৱৰীয়া, নগাইঁতক তেওঁলোকৰ শিষ্য হিচাপে দীক্ষিত কৰাৰ উপৰিও, দুয়োপক্ষৰ মাজত হৈ থকা কন্দলত মাজে-সময়ে মধ্যস্থতা কৰি সীমান্ত অঞ্চলৰ শান্তি আৰু নিৰাপত্তা ঘূৰাই অনাত বৰঙনি যোগাইছিল। জনজাতীয় অঞ্চলৰ ধৰ্মপ্ৰচাৰৰ বাবে জনদিয়েক উদাৰমনৰ ধৰ্মগুৰুৱে সেইবিলাক অঞ্চলৰ অধিবাসীৰ ৰীতি-নীতি বা খোৱাবোৱা সম্পৰ্কে কোনো আপত্তি নকৰিছিল, যদিও এইবিলাক গোড়া হিন্দুৰ পক্ষে নিষিদ্ধ আছিল।[৬৯] আশানুৰূপভাৱে আৰম্ভণি হোৱা এই প্ৰক্ৰিয়া কৃতকাৰ্যৰে চলাই থকা হ'লে, যাতায়তৰ তেৰ নদী পাৰহৈ অহা বিদেশী ধৰ্মপ্ৰচাৰকসকলৰ পক্ষে পাহাৰীয়া অঞ্চলত প্ৰৱেশ কৰা অসম্ভৱ নহ'লেও যথেষ্ট কঠিন হ'লহেঁতেন। দ্বিগুণ উদ্যমেৰে প্ৰচাৰ-কাৰ্য চলাই নাথাকি গুৰুসকলৰ বহুতে গৃহকন্দলত[৭০] শক্তিৰ অপচয় কৰি মিছনেৰীসকলৰ প্ৰচাৰ-কাৰ্যৰ পথ সুগম কৰিলে। এইটো পৰিতাপৰ বিষয়, আমাৰ গুৰু-গোসাঁইসকল এনে এটা সন্ধিক্ষণত নেতৃত্ব দিয়াত সম্পূৰ্ণ ব্যৰ্থ হৈছিল—যি সময়ত এনে নেতৃত্বৰ অধিক প্ৰয়োজন আছিল। সেয়ে নোহোৱা হ'লে হয়তো পাহাৰ-ভৈয়ামৰ সমন্বয়-প্ৰক্ৰিয়া আজিকোপতি চলি থাকিলহেঁতেন। অন্ততঃ সম্প্ৰতি মাজে-সময়ে হৈ থকা অহি-নকুল সম্পৰ্কৰ পৰিবৰ্তে উভয়পক্ষৰ মাজত সদ্ভাৱ-সহযোগ আৰু আন্তৰিকতাৰ অভাৱ নহ'লহেঁতেন।

বেপ্টিষ্টসকলে সিবিলাকৰ ধৈৰ্য, স্বাৰ্থত্যাগ, কৰ্তব্যনিষ্ঠা আৰু অসীম সাহসেৰে সঘনাই হোৱা হতাশা—আনহে নালাগে মৃত্যুৰ বিভীষিকাকো হেলাৰঙে পাৰহৈ পৰ্বত-ভৈয়াম উভয় অঞ্চলতে প্ৰচাৰ-কাৰ্য চলাবলৈ সক্ষম হৈছিল। সিবিলাকৰ দূৰদৃষ্টি আৰু গঠনমূলক কাৰ্যপন্থাৰ ফলত CBCNEI ৰ হিচাপমতে, সম্প্ৰতি ভৈয়াম আৰু পৰ্বতীয়া অঞ্চলত তিনি হাজাৰটাৰো অধিক গীৰ্জাৰ তিনিলাখৰো অধিক সদস্য।[৭১] অৱশ্যে ভি-এইচছুৱৰ্ডৰ (V. H. Sword) মন্তব্য অনুসৰি, 'অসমীয়াসকলে—যিবিলাকৰ কাৰণে মিছনে শদিয়া আৰু জয়পুৰ এৰি

দিছিল—খ্ৰীষ্টধৰ্ম গ্ৰহণ নকৰিলে।'[72] প্ৰায় অৰ্ধ-শতিকাৰ পিছত ১৮৮৬ চনত ব্ৰহ্মপুত্ৰ উপত্যকাত খ্ৰীষ্টধৰ্ম গ্ৰহণ কৰা মানুহৰ সংখ্যা ৮৪৫ জনলৈকে হৈছিল, ইয়াৰে ৪৯৬ জন গাৰো আৰু ৪৩ জন মিকিৰ (কাৰ্বি)। ৰেভাৰেণ্ড ডাউন্সৰ মত অনুসৰি ভৈয়ামৰ অসমীয়াসকলৰ ভিতৰত মাত্ৰ ৯২ জনহে খৃষ্টধৰ্ম গ্ৰহণ কৰিছিল। আনকি ১৯৩৬ চনতো তেওঁৰ অভিমত অনুসৰি গুৱাহাটী প্ৰচাৰ-ক্ষেত্ৰত সদস্যৰ সংখ্যা ৩,৫১৬ বুলি কোৱা হৈছে; কিন্তু ইয়াৰে ৪৬৪ জনহে অসমীয়া।[73] ব্ৰহ্মপুত্ৰ উপত্যকাৰ জনসংখ্যা আৰু বেপ্টিষ্ট প্ৰচাৰকসকলৰ অক্লান্ত পৰিশ্ৰমৰ কথা বিবেচনা কৰিলে ইয়াত ধৰ্মান্তৰিত লোকৰ সংখ্যাৰ শতকৰা হাৰ কম হোৱাটো নিশ্চয় ভৈয়ামত যীশুৰ বাণী প্ৰচাৰত ব্যৰ্থতাৰ নিদৰ্শন। বিশেষকৈ অসমীয়া সমাজৰ উচ্চতৰ শ্ৰেণীৰ মাজত খ্ৰীষ্টধৰ্মই অনুপ্ৰৱেশ কৰিব পৰা নাই বুলিয়েই ক'ব পাৰি। ১৮৪৩ চনৰ ১২ নৱেম্বৰ তাৰিখে ব্ৰন্সনে তেওঁৰ ডায়েৰীত লিখিছে ঃ

> আমি এঠাইত বৈ যোৱা যেন লাগিছে ........ পুৰোহিতসকলে তেওঁলোকৰ শিষ্যবিলাকক জাতিভেদৰ শৃংখলেৰে ইমান টানকৈ বান্ধি পেলাইছে যে বহুতো ক্ষেত্ৰত য'ত ধৰ্মগ্ৰন্থৰ পঠনৰ ফলত পৱিত্ৰ (খ্ৰীষ্ট) ধৰ্মৰ সত্যতাৰ প্ৰতি কিছুমানৰ চকু মেল খাইছে, তেওঁলোকে তাক গ্ৰহণ কৰাত বাধা পাইছে।[74]

ব্ৰাহ্মণসকলে, ব্ৰন্সনে আন এঠাইত লিখিছে যে, 'আমাৰপৰা যিসকলে ধৰ্মপুথি নিয়ে বা আমাৰ বক্তৃতা শুনে, সেইসকলক জৰিমনা আদায় কৰাৰ' ভয় দেখুৱাইছিল। এইটোও মনত ৰখা উচিত যে, মিছনেৰীসকলৰ বহুতে হিন্দুধৰ্মৰ ওপৰত যি পোনপটীয়া আক্ৰমণ চলাইছিল তাৰফলত গোসাঁইব্ৰাহ্মণসকল সিবিলাকৰ প্ৰধান শত্ৰু হৈ পৰিছিল। গোড়ামী সেইকালৰ ধৰ্মনীতি, গোসাঁই-পুৰোহিতসকলৰ তেতিয়াৰ শিষ্যৰ ওপৰত আছিল অসীম আধিপত্য আৰু শিষ্যসকলৰ ধৰ্মীয় বিষয়ত মাত মতাৰ একো অধিকাৰ নাছিল। গতিকে ব্ৰন্সনে কোৱাৰদৰে এইটো অস্বাভাৱিক নাছিল যে এইসকল পুৰোহিতে তেওঁলোকৰ অতি



আপোনজনৰ লগতো সকলো সম্পৰ্ক ছেদ কৰিবলৈ তেওঁলোকক বাধ্য কৰিছিল—অৰ্থাৎ জাতিচ্যুৎ কৰিছিল।[75] এনে অৱস্থাত সিবিলাকৰ সামাজিক জীৱন সম্পূৰ্ণ অচল হ'ব লগা হৈছিল। এনে ত্যাগ স্বীকাৰ কৰা সকলোৰে পক্ষে সম্ভৱপৰ নহয়। ইয়াৰদ্বাৰা নিজৰ জীৱিকা-নিৰ্বাহৰ পথো বন্ধ হোৱা বিচিত্ৰ নাছিল।

খ্ৰীষ্টধৰ্ম আৰু হিন্দুধৰ্মৰ কিছুমান মৌলিক পাৰ্থক্যৰবাবে যি কোনো হিন্দুৰপক্ষে খ্ৰীষ্টধৰ্ম গ্ৰহণ কৰাটো টান কথা আছিল। এ. কে গাৰ্ণীয়ে স্বীকাৰ কৰিছে--

> আমি যি অৰ্থত ঈশ্বৰ শব্দটো ব্যৱহাৰ কৰোঁ সেই অৰ্থত শব্দটো হিন্দুধৰ্মত অচিনাকী। হিন্দুৱে ঈশ্বৰক এক সজ্ঞান পুৰুষ বুলি নাভাবি তেওঁক এক চিৰন্তন সত্বা (Universal substance) বুলি ভাবে; চেতন-অচেতন, আধ্যাত্মিক আৰু ভৌতিক সকলো বস্তুহে ইয়াৰ অংশবিশেষ। ঈশ্বৰ আৰু মানুহ এই চিৰন্তন সত্বাৰপৰা আহিছে আৰু পুনৰ তালৈকে ঘূৰি যায়।[76]

হিন্দুধৰ্ম কোনো এক বিশেষ মতবাদৰ মাজত আৱদ্ধ নহয়। ই সুবিস্তৃত আৰু সংযোগকাৰী (synthetic)। ৰাধাকৃষ্ণণে কোৱাৰদৰে 'ই কোনো এটা সাধাৰণ মতবাদৰ মাজত ঐক্য নিবিচাৰি সত্যৰ সাধাৰণ অন্বেষণৰ মাজতহে ঐক্য বিচাৰে।'[77] গতিকে হিন্দুধৰ্মৰ প্ৰচলিত ধাৰা হ'ল আন ধৰ্মবিশ্বাসৰ অনুধাৱন আৰু গ্ৰহণ। গাৰ্ণীয়েও বিশ্বাস কৰিছিল যে অসমীয়া হিন্দুসকলে খ্ৰীষ্টধৰ্মকো সত্য বুলি গণ্য কৰে; কিন্তু তেওঁলোকে ইয়াক গ্ৰহণ নকৰে। কিয়নো তেওঁলোকৰ বিবেচনাত হিন্দুধৰ্মও সমানে সত্য। দৰাচলতে তেওঁলোকৰ এনে এটা উদাৰ তত্বও আছিল যে সকলো ধৰ্মই সত্য। সিবিলাকৰ মতে 'ইউৰোপীয়সকলৰ বাবে খ্ৰীষ্টধৰ্মই ভাল; হিন্দুবিলাকৰ কাৰণে হিন্দুধৰ্ম আৰু মুছলমানৰ কাৰণে ইছলাম ধৰ্ম।'[78]

## দ্বিতীয় অধ্যায়

### শিক্ষা আৰু ধৰ্মনীতি

পোন প্ৰথমে আমেৰিকান মিছনেৰীসকলৰ কাৰ্যকলাপ পৰস্পৰে পৰিপূৰক ধৰণৰহে আছিল। ধৰ্মপ্ৰচাৰেই তেওঁলোকৰ ঘাই উদ্দেশ্যে আছিল যদিও বাইবেল গ্ৰন্থ পঢ়িব আৰু বুজিব পৰাকৈ শিক্ষা-বিস্তাৰ কৰাৰ প্ৰয়োজনো তেওঁলোকে উপলব্ধি কৰিলে। সেই হিচাপেই এই গ্ৰন্থৰ ভাঙনি কৰি স্থানীয় ভাষাবোৰত প্ৰকাশ কৰাৰো আৱশ্যক হ'ল। গতিকে মিছনেৰীসকল অকল ধৰ্মপ্ৰচাৰকেই নাছিল, তেওঁলোক হৈ পৰিল একেধাৰে শিক্ষক, অনুবাদক আৰু প্ৰকাশকো। ইয়ালৈ অহাৰ ছমাহৰ ভিতৰতেই শদিয়াত মিছেচ ব্ৰাওন আৰু মিছেচ কট্টাৰৰ অধীনত এখন স্কুল স্থাপন কৰে। ইয়াত পোনতে ছজন শিক্ষাৰ্থী আছিল। পিছত কুৰিজন হয়গৈ। এই শিক্ষাৰ্থীসকলৰ পাঁচজনক আমেৰিকান ছানডে ইউনিয়নে প্ৰকাশ কৰা প্ৰাথমিক কিতাপ; যেনে—মিছন প্ৰাইমাৰ, নাৰ্ছাৰী বুক আদিৰ জৰিয়তে ইংৰাজী শিক্ষা দিয়া হৈছিল।[১] এই ক্ষেত্ৰতো সমস্যাৰ উদ্ভৱ হ'ল। বানানৰ পাঠ, প্ৰাইমাৰ, নাৰ্ছাৰী বুক আৰু ধৰ্মীয় পাঠবোৰ মাতৃভাষাত শীঘ্ৰে প্ৰস্তুত কৰিব নোৱাৰিলে খ্ৰীষ্টধৰ্মৰ মূলনীতিবোৰ শিক্ষাৰ্থীসকলক শিকোৱা টান হ'ল। যি নহওক, ১৮৩৮ চনত তেওঁলোকৰ আত্মবিশ্বাস উপজিল আৰু স্কুলৰ শিক্ষাৰ্থীৰ সংখ্যাও পঞ্চাশজনলৈ বৃদ্ধি পালে। লগে লগে খ্ৰীষ্টধৰ্ম সম্বন্ধীয় কিতাপবিলাকৰ প্ৰৱেশ বহুতো অ-খ্ৰীষ্টানলোকৰ ঘৰতো ঘটিল। ১৮৩৭ চনত শদিয়াত মিছেচ ব্ৰাওনে এখন ছোৱালী স্কুল খোলে আৰু ইয়াৰ আশে-পাশে কট্টাৰে তিনিখন গাঁৱত স্কুল পাতে। তাৰপিছত জয়পুৰ আৰু নামচাঙত একোখন স্কুল পতা হয়। পিছৰখন ব্ৰন্সনে নগাসকলৰ সুবিধাৰ্থে স্থাপন কৰিছিল।[২]

১৮৪৪-৪৫ চনত শিৱসাগৰ জিলাত মুঠতে চৈধ্যখন স্কুল আছিল;



গুৱাহাটীত পাঁচখন চলি আছিল; ইয়াৰে, দুখন আছিল নগৰত, বাকীকেইখন আছিল গুৱালকুছি, হিৰাপাৰা আৰু পলাশবাৰীত। অৰ্থৰ অভাৱৰ বাবেই নগাঁৱত মিছনে ইয়াৰ চৌহদত এখন স্কুল স্থাপন কৰাৰ বাদে গাঁৱত স্কুল খুলিব পৰা নাছিল। ১৮৪৩ চনত উল্লেখ কৰি অহা অনাথ আৰু অভাৱগ্ৰস্ত ল'ৰা-ছোৱালী উভয়ৰ বাবে সুবিধা কৰি গাঁৱত অনাথ প্ৰতিষ্ঠানখন স্থাপন কৰা হয়। ইয়াৰ ল'ৰা-ছোৱালীক উপযুক্ত শিক্ষক আৰু খ্ৰীষ্ট ধৰ্মপ্ৰচাৰক হিচাপে গঢ়ি তোলাৰ উদ্দেশ্যেই প্ৰশিক্ষিত কৰা হৈছিল। যিবিলাক ক্ষশিাৰ্থীৰ প্ৰাথমিক শিক্ষাৰ প্ৰতি ধাউতি নাছিল নাইবা কম সামৰ্থ্য থকা বুলি ধৰা পৰিছিল, সেইবিলাকক অৰ্থোপাৰ্জন কৰাৰ আৰু সমাজৰ লাগতিয়াল লোক কৰাৰ উদ্দেশ্য কিছুমান কাৰিকৰী বিদ্যাতো পাৰ্গত কৰি তোলা হৈছিল। প্ৰতিষ্ঠানটো ঘাইকৈ খ্ৰীষ্টান সমাজৰ আনুকূল্যৰ ওপৰতে বৰ্তি আছিল। ইয়াৰ ভিতৰত নগাঁৱৰ জিলাধিপতি জে.টি গৰ্ডনৰ নাম উল্লেখযোগ্য।[৩]

দৰাচলতে উচ্চ শ্ৰেণীৰ পূৰ্বধাৰণা কিছুমানে অসমত স্ত্ৰী-শিক্ষাৰ প্ৰসাৰৰ ক্ষেত্ৰত নিঃসন্দেহ বাধা দিছিল।[৪] তথাপি ১৮৩৭ চনত শদিয়াত মিছেচ ব্ৰাওনে পতা ছোৱালী স্কুলৰ পিছতে ১৮৪১ চনত শিৱসাগৰত মিছেচ বাৰ্কাৰে আন এখন ছোৱালী স্কুল স্থাপন কৰে। ১৮৫১ চনৰ অক্টোবৰ মাহত শিৱসাগৰত বহা বেপ্টিষ্ট ইউনিয়নৰ সভাই ল'ৰা-ছোৱালী উভয়ৰ শিক্ষাত গুৰুত্ব আৰোপ কৰিছিল। আৱাসিক স্কুল কেইখনৰ উপৰিও সভাই প্ৰতিটো কেন্দ্ৰতে দিনৰ ভাগত পঢ়িব পৰাকৈ একোখন ছোৱালী স্কুল স্থাপনৰো লক্ষ্য নিৰূপণ কৰিছিল। ১৮৫০ চনৰ জানুৱাৰীৰপৰা আৰম্ভ হোৱা মিছেচ ব্ৰাওনৰ অধীনত থকা শিৱসাগৰৰ আৱাসিক স্কুলত ঘাইকৈ সমাজচ্যুত ব্ৰাহ্মণ, মুছলমান আৰু নীহকুলীয়া হিন্দুৰ এঘাৰজন ছাত্ৰ আছিল। সেই একেবছৰতে গুৱাহাটীৰ দিনত বহা বাৰজনী 'অবাধ্য, দুষ্ট, অলস, বজৰুৱা ছোৱালী'ৰ স্কুলখন আৱাসিক কৰি তোলা হয়। ইয়াত তেৰজন শিক্ষাৰ্থী আছিল। এইবিলাকলৈ কপাহী কাপোৰ, সূতা, চিলথ আৰু অন্যান্য

বস্তুবোৰ আমেৰিকাৰপৰাই যোগান ধৰা হৈছিল ।[৫] গঞ্জা ৰাইজেও এই স্কুলবিলাকক উদাৰভাৱে সহায় কৰিছিল। আনকি নৈষ্ঠিক গোসাঁইসকলেও ( যেনে পলাশবাৰীৰ ) স্কুলবৰ সজাত সহায় কৰাৰ কথাও জনা যায় । যিহেতু ইয়াৰ পঢ়ুৱৈ সাধাৰণতে আছিল খেতিয়কৰ ল'ৰা, সেই নিমিত্তে ইয়াত উপস্থিতিও বৰ অনিয়মীয়া আছিল। বিশেষকৈ খেতিখোলাত সহায়ৰ প্ৰয়োজন হোৱা মাহঁকেইটাত এনে অৱস্থা হৈছিল । এইবিলাকৰ অতি কম সংখ্যকেহে দুই কি তিনিবছৰ ধৰি পঢ়িছিল ; কিয়নো অভিভাৱকসকলে ধৰি লৈছিল যে এই সময়ছোৱাৰ ভিতৰতে তেওঁলোকৰ ল'ৰাহঁতে চৰকাৰী চাকৰি এটা পাবৰ জোখাৰে শিক্ষা ল'ব পাৰিলেই ।[৬] নামচাঙত নগা ল'ৰাক অনুশাসনৰ মাজলৈ অনাত ব্ৰন্সনৰ বাবে সমস্যা হৈ পৰিছিল । ব্ৰন্সনে কৈছিল, 'সিহঁতৰ বনৰীয়া অভ্যাসবোৰ দেখি অবৰ্ণনীয় আমোদ লাগে । পঢ়াত মূৰ গুজি থাকিলেও চিকাৰী কুকুৰৰ ভুকভুকনি শুনা মাত্ৰকেই সিহঁত চিঞৰি জোকাৰ খাই উঠে ···প্ৰত্যেকে নিজৰ নিজৰ যাঠী-কুঠাৰ খামুচি ধৰে আৰু চিকাৰ কৰিবলৈ দৌৰি যায়··· হাঁহি-খিকিন্দালি কৰা, কথা পাতি থকা আৰু সাৰটা-সাৰতি কৰাটো কোনোপধ্যে বেয়া বুলি গণ্য কৰা নহয় ।'[৭]

## পাঠ্যপুথি আৰু পাঠ্যবিষয়

ভালেকেইখন পাঠ্যপুথি প্ৰকাশ কৰা হ'লত পঢ়া, লিখা, গণিত আৰু ভূগোলৰ সাধাৰণ জ্ঞানৰ পাঠ অসমীয়া, টাই আৰু ইংৰাজীত শিকোৱা হৈছিল ।[৮] প্ৰাৰ্থনাৰে শ্ৰেণীৰ কাম আৰম্ভ হৈছিল আৰু খ্ৰীষ্টধৰ্মৰ শিকনি সুমুৱাই দিবলৈও সকলোপ্ৰকাৰৰ যত্ন চলিছিল । বৰ্ণমালা আৰু বানানৰ পাঠ পঢ়া শেষ হ'লেই ধৰ্ম শিক্ষা আৰম্ভ হয় আৰু প্ৰথম পাঠ্যপুথি নতুবা গণিতৰ আদি পাঠ পঢ়িব পাৰিলেই ছাত্ৰক পুৰস্কাৰ দিয়া হৈছিল । তাৰপাছত যোছেফৰ বুৰঞ্জী আৰু ধৰ্মশাস্ত্ৰৰ অন্যান্য অংশ শিকোৱা হয় ।[৯] ধৰ্মশিক্ষাৰ ক্ষেত্ৰত বাধাৰ সৃষ্টি কৰিব



পৰাৰ ভয়তে ব্ৰাহ্মণক শিক্ষক হিচাপে নিযুক্তি দিয়া নহৈছিল যদিও ব্ৰাহ্মণসকলে আকৌ তেওঁলোকৰ ল'ৰাহঁতক এইবিলাক স্কুললৈ পঠাবলৈ আপত্তি নকৰিছিল । কাৰণ ইয়াৰ শিক্ষাৰ মাধ্যম অসমীয়া আছিল । তদুপৰি, সেইসময়ত পঢ়া-লিখা, গণিতৰ শিক্ষা দিয়া এই স্কুলবোৰৰ চাহিদা বাঢ়িছিল । এইকণ জ্ঞান থাকিলেহে চৰকাৰৰ অধীনত মহৰী, গাঁও-কাঁকতী আৰু পাটগিৰীৰদৰে সাধাৰণ চাকৰি পোৱাত সুবিধা হৈছিল ।

ছোৱালীবিলাকক অসমীয়াতে ফাৰ্ষ্ট বুক, ফাৰ্ষ্ট আৰু ছেকেণ্ড গণিত, অৰুনোদই, ইয়ং আসাম আদি পঢ়োৱা হৈছিল । পুৱা দহবজাৰপৰা এক বজালৈ নিয়মিতৰূপে শ্ৰেণীত পঢ়াৰ উপৰিও সিহঁতে নিতৌ দুঘণ্টাকৈ কাপোৰ চিলোৱা, সূতাকটা আৰু তাঁত ব'ব লাগিছিল । এইবিলাক কাম কৰি পোৱা অৰ্থৰেই সিহঁতৰ থকা-খোৱা আৰু কাপোৰ-কানিৰ বাবে লগা খৰচৰ দিহা হৈছিল ।[১০]

খ্ৰীষ্টধৰ্ম প্ৰচাৰকৰ ধাৰণা আছিল যে প্ৰত্যক্ষভাৱে মানুহৰ মন আৰ্কষণ কৰিহে ইয়াৰ পৰিৱৰ্তন সাধন কৰিব পাৰি । আকাশৰ চন্দ্ৰ-সূৰ্য গ্ৰহ-নক্ষত্ৰ-তৰা আদি জুখিব নোৱাৰি বুলি পুৰোহিত শ্ৰেণীয়ে তেতিয়া কোৱা কথাৰ বিপৰীতে এই প্ৰচাৰসকলে উনুকিয়াই দিলে যে ভূগোলৰ সামান্য জ্ঞানৰ জৰিয়তে এই কাম কৰিব পাৰি । আচল জোখত পৃথিবীৰ ব্যাসাৰ্ধ ৮ হেজাৰ মাইলৰ অধিক নহয় । শাস্ত্ৰই চাৰিহেজাৰ কোটি মাইল বোলাটো আৰু আঠোটা হাতীয়ে পৃথিবীখন ধৰি ৰখা কথাটোও সত্য নহয় । আনহাতে চন্দ্ৰ আৰু সূৰ্যগ্ৰহণো পৃথিবী আৰু চন্দ্ৰৰ অৱস্থিতিৰ বাবেহে হয়, ৰাহুৱে গ্ৰাস কৰাৰ নিমিত্তে এইদৰে গ্ৰহণ নহয় । গংগানদী স্বৰ্গৰপৰা উৎপত্তি হৈ মেৰুৰ তলেদি হিমালয়ৰ কাষেদি বৈ অহা নাই, ইয়াৰ উৎপত্তি হিমালয়তহে ; সূৰ্যৰ ৰশ্মি পানীৰ কণিকাত পৰিহে ৰামধেনু হয়, শাস্ত্ৰই কোৱাৰদৰে ইন্দ্ৰৰ ধনু আৰু স্বৰ্ণ নিৰ্মিত নহয় ।[১১]

প্ৰচাৰ-কাৰ্যৰ বাবে ঠায়ে ঠায়ে যায়াত (Zayat) প্ৰতিষ্ঠা কৰা হয় —

য'ত জনসমাৱেশ ঘটে আৰু নীতিকথাবোৰ জনসাধাৰণে শুনে আৰু সত্যৰ ৰহস্যৰ বিষয়ে সোধা হয়। হাট-বজাৰ, মেলা আৰু ধৰ্মীয় সমাৱেশবিলাকলৈ প্ৰচাৰকসকলে গৈ ধৰ্ম-ব্যাখ্যা কৰিছিল আৰু জন-সমূহৰ মাজত এনেধৰণৰ ধৰ্মীয় প্ৰচাৰ-পুস্তিকা বিতৰণ কৰিছিল, যি-বিলাকত হিন্দু আৰু ইছলাম ধৰ্মৰ ভুল-ভ্ৰান্তিবিলাক পোনপটীয়াকৈ খণ্ডন কৰা হৈছিল। এইবিলাকৰ কিছুমান মানুহে হাতত লৈয়ে নষ্ট কৰি পেলাইছিল। কিছুসংখ্যকে পঢ়িছিল আৰু পৰম্পৰে এইবিলাকৰ বিষয়ে আলোচনাও কৰিছিল।

## নীতিৰ বৈপ্লৱিক পৰিৱৰ্তন

বেপ্টিষ্টসকলৰ ধাৰণা আছিল যে পুৰোহিত শ্ৰেণীয়ে জনসাধাৰণক অজ্ঞান কৰি ৰখাৰ স্পষ্ট উদ্দেশ্যৰ নিমিত্তেই অসমৰ মানুহ অশিক্ষিত। কিন্তু এইসকলক ব্যক্তিগতভাৱে আক্ৰমণ কৰাটো তেওঁলোকৰ কৌশল নাছিল; গাঁৱলীয়া স্কুল খুলি জনসাধাৰণৰ মাজত পোহৰ বিলোৱাটোহে মূল কৌশল আছিল। নগাঁৱত বহা বেপ্টিষ্ট ইউনিয়নৰ সভাই সেইনিমিত্তে মিছনৰ মুৰব্বীৰ অধীনত অধিক সংখ্যক গাঁৱলীয়া স্কুল পতাৰ প্ৰস্তাৱ কৰে আৰু এইটোৱে 'সেই অভিলাসিত দিন চমু চপাই আনিব, যেতিয়া অসমীয়া মানুহে তেওঁলোকৰ মাতৃভাষাতে ঈশ্বৰৰ পৰম আশ্চৰ্যকৰ কাৰ্যৰ বিষয়ে পঢ়িব পৰা হ'বগৈ।' অৱশ্যে এই স্কুলবোৰ ধৰ্ম-প্ৰচাৰ কৰাৰ মূল লক্ষ্যৰ ক্ষেত্ৰত গৌণ অৰ্থাৎ সহায়ক বিধৰহে হ'ব। পৌত্তলিকো জড়িত প্ৰচলিত বিভ্ৰান্তিকৰ বিজ্ঞান সম্বন্ধীয় ধাৰণাৰ স্বৰূপ উদঙাই দিব আৰু ক্ৰমে ক্ৰমে সেইবিলাক লোপ পাব। নৱশিক্ষিত-সকলৰ লগতে তেওঁলোকে জনসাধাৰণৰ মাজত ধৰ্মপ্ৰচাৰ কৰাৰ সুবিধা ওলাব আৰু এনে কিছুমান থলুৱা গ্ৰন্থকাৰ ওলাব যিবিলাকে মাতৃভাষাৰ জৰিয়তে খ্ৰীষ্টীয় সাহিত্য ৰচনা কৰি জনসাধাৰণৰ মাজত বিলাই দিব।[১২] অসম ভ্ৰমণ কৰিবলৈ অহা বৈদেশিক সচিব গৰাকীয়ে এই কথাটো নীতিগতভাৱে মানি লৈও এইধৰণৰ স্কুলবিলাকে সহায়ক হিচাপে গৌণ



ভূমিকা গ্ৰহণ কৰা সম্পৰ্কত আৰু এইবিলাক বৰ্তাই ৰাখি লৈ প্ৰয়োজন হোৱা অধিক ব্যয় তথা শ্ৰমৰ বিনিময়তো এনে স্কুলৰ সংখ্যা বৃদ্ধি কৰাৰ সম্পৰ্কত শংকা প্ৰকাশ কৰিছিল। তেওঁৰ মতে, এই-বিলাক কাৰ্যতঃ ধৰ্মপ্ৰচাৰৰ স্কুলহে হ'ব লাগে। ইয়াৰ শিক্ষা-ক্ৰম ঘাইকৈ হ'ব লাগে নৈতিক আৰু ধৰ্মীয় সত্য বিষয়ক আৰু এনে-বিলাক শিক্ষণীয় পাঠ্যক্ৰম অন্তৰ্ভুক্ত হ'ব লাগে য'ত—'কৰ্তব্য, দয়া-দাক্ষিণ্য, মুক্তিৰ বিষয়ে মহান কথাবোৰ থাকিব লাগে। সকলো শিক্ষাৰ মহৎ উদ্দেশ্য হ'ল—জনসাধাৰণৰ মনত এই মহিমান্বিত নীতি-শিক্ষা পৰিষ্কাৰ কৰি দাঙি ধৰাটো যে পৰম ঈশ্বৰে তেওঁলোককো যীশুৰ মুখত উদ্ভাষিত হোৱা তেওঁৰ মহিমাৰ জ্ঞানৰ আলোকেৰে ধন্য কৰিব।' এনবিলাক মতৰ লগত ৰজিতা খুৱাই হ'ম বোৰ্ডে আমাৰ মিছনক নিৰ্দেশ দিয়ে যে (১) মিছনেৰাসকলে স্থায়ী প্ৰচাৰ-কেন্দ্ৰ গঢ়ি তুলিবপৰা ঠাইতহে গাঁৱলীয়া স্কুলবোৰ পাতিব লাগে। (২) খ্ৰীষ্ট-ধৰ্মৰ মূলগ্ৰন্থ আৰু ধৰ্মীয় গ্ৰন্থবোৰহে মুখ্য অধ্যয়নৰ বিষয় হ'ব লাগিব। (৩) পাৰ্যমানে এইবোৰ স্কুল খ্ৰীষ্টান শিক্ষকৰহে অধীনত হ'ব লাগে।[১৩]

এই ব্যৱস্থাৰ প্ৰথমতে বলি হ'ল নগাঁৱৰ অনাথ প্ৰতিষ্ঠানটো। থলুৱা শিক্ষক আৰু স্কুলৰ প্ৰচাৰকৰ প্ৰশিক্ষণ দিয়াৰ নিমিত্তে এইটো কেন্দ্ৰীয় নৰ্মাল স্কুললৈ পৰিৱৰ্তন কৰা হৈছিল। ছোৱালী বিভাগ পৃথক কৰা হ'ল আৰু শিৱসাগৰ আৰু গুৱাহাটীৰ গতেৰেই এইখন কেন্দ্ৰ স্কুললৈ উন্নীত কৰা হয়। পদচ্যুতকৰণ সহকাৰে নীতিৰ এনে বৈপ্লৱিক পৰি-বৰ্তনৰ ফলস্বৰূপে স্কুলৰ সংখ্যা আৰু ছাত্ৰ-ভৰ্তিও কমি গ'ল। ১৮৫১ চনত গুৱাহাটীত চাৰিখন স্কুলত ১১২ জন ছাত্ৰ, ১৮৬১ চনত ১২ জন ছাত্ৰ থকা দুখন স্কুলতহে ৰ'লগৈ। শিৱসাগৰৰ ছোৱালী স্কুলত ছাত্ৰীৰ সংখ্যা আছিল ন জনী। ১৮৬২ চনত হ'লগৈ তিনিজনী।[১৪]

## জনজাতি অঞ্চল : শিক্ষা-বিস্তাৰ

১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ বাবে মিছনেৰীসকলো আংশিকভাৱে দায়ী

বুলি হোৱা ধাৰণাৰ বশৱৰ্তী হৈ ইংলণ্ডৰ বৈদেশিক সচিবে গৱৰ্ণৰ জেনেৰেলৰ শিক্ষাৰ ক্ষেত্ৰত ধৰ্মীয় নিৰপেক্ষতা অৱলম্বন কৰাৰ নীতিলৈ ঘূৰি যাবলৈ নিৰ্দেশ দিছিল আৰু ইয়াৰ ফলস্বৰূপে মিছনেৰী প্ৰতিষ্ঠানবোৰ ডিভিজনেল পৰিদৰ্শক আৰু চৰকাৰী ধৰ্মনিৰপেক্ষ বিষয়াবৰ্গৰ তত্বাৱধান আৰু নিয়ন্ত্ৰণৰ অধীনলৈ অনা হয়। স্কুলীয়া পাঠ্যক্ৰমৰপৰা ধৰ্মীয় পাঠ সম্পূৰ্ণৰূপে বাদ দিয়া হৈছিল যদিও ছাত্ৰসকলে বাইবেলৰ শিক্ষা স্কুলৰ বাহিৰতো পাব পাৰিছিল।[15] এনেদৰে প্ৰচলিত পদ্ধতিৰ হঠাতে হোৱা পৰিবৰ্তনক অসমৰ পাহাৰীয়া এলেকাৰ বাবে অনিষ্টকৰ বুলি গণ্য কৰা হৈছিল; কিয়নো এইবিলাক অঞ্চলত বাইবেল আৰু ধৰ্মশাস্ত্ৰৰ শিক্ষা দিয়াটো আপত্তিজনক বা বিপদজনক বুলি বিবেচনা কৰা নহৈছিল। গতিকে এনে নীতিক সম্পূৰ্ণকৈ ধৰি নলৈও বংগৰ শিক্ষা বিভাগৰ ডাইৰেক্টৰে পাহাৰীয়া অঞ্চলৰ লোকসকলৰ মাজত শিক্ষা-বিস্তাৰৰ নিমিত্তে বেপ্টিষ্টসকললৈ সাহায্য আগবঢ়াইছিল।[16] ১৮৭১ চনত নগাঁও জিলাত থকা এঘাৰখন মিছন স্কুলৰ আঠখনেই আছিল মিকিৰ পাহাৰত (কাৰ্বি আংলং) আৰু সৰহভাগেই চৰকাৰী সাহায্য লাভ কৰিছিল।[17] একেবছৰতে নৰ্মাল স্কুলখনৰ উপৰিও গাৰোপাহাৰত থলুৱা খ্ৰীষ্টানসকলে চৈধ্যখন স্কুল স্থাপন কৰিছিল। ৰেভাঃ মেছনে লিখিছিল, 'স্কুলবিলাকৰ মূল্য উপলব্ধি হোৱাৰ লগে লগে গঞ্জাই স্কুলৰ বাবে অধিক সাহায্য বিচাৰিলে আৰু স্কুলঘৰ, আনকি শিক্ষকৰ ঘৰ সাজি দিবলৈ আৰু শিক্ষকৰ খোৱা-বোৱাৰ যোগান ধৰিবলৈও তেওঁলোক অধিকতৰ প্ৰস্তুত হ'ল।' ১৮৭৮ চনত অসম চৰকাৰে যেতিয়া গাৰোসকলৰ শিক্ষাৰ সম্পূৰ্ণ দায়িত্ব বেপ্টিষ্টসকলৰ ওপৰতে ন্যস্ত কৰিলে আৰু লগতে ধৰ্মীয় শিক্ষাৰ ওপৰতো কোনোধৰণে বাধা আৰোপ নকৰি তেওঁলোকক অধিক পুঁজিৰ আশ্বাস দিলে—গোটেই বিষয়টোৱেই নতুন ৰূপ লৈ সক্ৰিয় হৈ পৰিল। ১৮৯২ চনত গাৰোপাহাৰত মিছন স্কুলৰ সংখ্যা এশখন হ'ল।[18] নগাপাহাৰতো ১৮৬৭ চনলৈকে গাঁৱলীয়া স্কুলবোৰ মিছনেৰীসকলৰ নিয়ন্ত্ৰণাধীন হৈ আছিল।



পিছত চৰকাৰে নিজৰ হাতলৈ আনিলে যদিও তেতিয়াও প্ৰশিক্ষণ স্কুল এখন বেপ্টিষ্টসকলৰ অধীনতে আছিল। পাহাৰীয়া অঞ্চলত ছোৱালীৰ মাজত শিক্ষা প্ৰচলনৰ ক্ষেত্ৰত মিছনেৰীসকলৰ কৃতকাৰ্যতা উল্লেখযোগ্য আছিল। ১৯০৭ চনত পাহাৰীয়া অঞ্চলত স্কুললৈ যোৱা ছোৱালীৰ সংখ্যা আছিল শতকৰা যোল্লভাগ, গাৰোপাহাৰত শতকৰা পঁচিশ ভাগ।[19]

## তৃতীয় অধ্যায়

## লিপি আৰু ভাষা সমস্যা

ধৰ্মপ্ৰচাৰ আৰু শিক্ষা-বিস্তাৰ কৰিবলৈ মিছনেৰীসকলে স্থানীয় ভাষা শিকিব লগা হৈছিল। গোৱালপাৰাৰপৰা ব্ৰহ্মপুত্ৰেৰে শদিয়ালৈ যোৱাৰ বাটতো এজন শ্বান পণ্ডিতে ব্ৰাওনক শ্বানভাষা শিকাইছিল।[১] তেওঁ ধাৰণা কৰিছিল যে এই ভাষাটো বৰ্মাৰ ভাষাৰ লগত একে। সেই-নিমিত্তে তেওঁ ভাবি লৈছিল যে এই দুয়োটা ভাষা মিলাই সৰহ সংখ্যাৰ পুথি ৰচনা আৰু প্ৰকাশ কৰা টান নহ'ব। শদিয়াত উপস্থিত হৈ তেওঁ হতাশগ্ৰস্ত হ'ল যে বৰ্মাৰ ভাষাৰ লগত অকণো মিল নাই। আকৌ বৰ্মাৰপৰা যাৰ নিমিত্তে তেওঁ তালৈ আহিল সেই শ্বানসকল পাহাৰৰ সিফালেও সিঁচৰতি হৈ আছিল। শদিয়াৰ ওচৰে-পাজৰে থকা জনজাতীয় লোকসকলৰ দোৱান বেলেগ বেলেগ আৰু নিজাকৈ কোনো লিপিও নাছিল। আনকি খাম্‌টি আৰু চিংফৌইঁতেও শ্বানভাষা নাজানে। এগৰাকী আহোম পণ্ডিতৰপৰা তেওঁ জানিব পাৰিলে যে আহোম ভাষাৰ খামটি আৰু শ্বানৰ লগত মিল আছে, শ্যামদেশীয় ভাষাৰ লগত সামান্য অমিলহে আছে। কিন্তু অসমীয়াই এই ভাষাও খিচিৰি কৰি পেলালে। তেওঁ আকৌ তেতিয়া অসমীয়া ভাষাটোক 'অসভ্য বাংলাৰ অংশ' বুলি ভাবিছিল। সেই নিমিত্তে এটা লিখিত ভাষাৰ প্ৰচলন কৰাটোৱেই তেওঁৰ সম্মুখত শীঘ্ৰে কৰিবলগা কাম হ'ল। 'তেওঁলোকৰ নিমিত্তে সাহিত্যৰ এনে এটা ধাৰা প্ৰতিষ্ঠা কৰিব লাগিব, অন্ততঃ সেইসকলৰ কাৰণেই যি তেওঁলোকক লিখিত আৰু ছপাৰ উপযোগী এটা ভাষা দিব পাৰিব—যাতে সমাগত আঠৈকুৰি বছৰৰ পুথি সুলভ হৈ পৰে আৰু লগতে ভৱিষ্যতৰ সাহিত্যৰ বাবেও এটা চৰিত্ৰ নিৰ্মাণ কৰা হয়।' সেই হিচাপে তেওঁৰ সম্মুখত দুটা বিকল্প উপস্থিত হ'ল—ব্যয়বহুল আৰু কঠিন বঙালী আৰু ইংৰাজী।[২] বাছনি কৰিবলগা হ'ল



ইংৰাজীক, কিয়নো—

> বৰ্তমানে দেখামতে এইটো খাটাং যে কেইবছৰমানৰ ভিতৰতে সমগ্ৰ ভাৰতবৰ্ষতে বঙালী পৰিহাৰ কৰা হ'ব আৰু ইয়াৰ ঠাই ল'ব ইংৰাজীয়ে। অসমীয়া ছপা কৰিবলৈ যাওঁতে আমি মিঃ পিকাৰিঙৰ আঁচনিক হুবহু অনুসৰণ কৰিব লাগিব আৰু অসমীয়া, খাম্‌টি, আবৰ অথবা চিংফৌ যিটোতে নহওক লাগিলে একেধৰণৰ স্থায়ী ধ্বনি প্ৰকাশ কৰিবলৈ এনে বৰ্ণমালাকে ব্যৱহাৰ কৰা প্ৰয়োজন হ'ব—যাতে এটা ভাষা পঢ়িব জনা এজন পণ্ডিতে আটাইকেইটা পঢ়িব পাৰে। তদুপৰি, ইংৰাজী বৰ্ণমালা ব্যৱহাৰ কৰাত আপত্তি তোলা আমি এজনো পণ্ডিত পোৱা নাই, অথবা থলুৱা বৰ্ণমালাৰ জৰিয়তে শিক্ষাদানৰ নিমিত্তে অনুৰোধ জনোৱা লোকো আমি পোৱা নাই। ইয়াৰ বিপৰীতে, উচ্চ শ্ৰেণীৰ প্ৰায়বিলাক থলুৱা লোকেই এটা নহয় এটা কাৰণত ইংৰাজী ভাষা শিকাৰহে ইচ্ছা কৰে আৰু তেওঁলোকে সাধাৰণতে ইংৰাজী বৰ্ণমালাৰ লগত হোৱা পৰিচয় ভাষাটো শিকাৰ বাবে আগুৱাই যাবৰ দুৱাৰদলি বুলিও গণ্য কৰে।[৩]

শদিয়াত হোৱা দুৰ্ঘটনা আৰু সীমান্ত অঞ্চলৰ নিৰাপত্তাবিহীন অৱস্থাই বপ্টিষ্টসকলক শ্বান অভিযান ত্যাগ কৰিবলৈ আৰু চুবুৰীয়া প্ৰায় সকলোবিলাক জনজাতীয়লোকৰ বাবে বোধগম্য হোৱা ভাষা কোৱা অসমীয়াসকলৰ ওপৰতে সৰ্বদৃষ্টি আৱদ্ধ কৰিবলৈও বাধ্য কৰায়। যদিওবা পাহাৰীয়া অঞ্চলত ৰোমান লিপি ব্যৱহাৰ কৰা হৈছিল, তেওঁলোকে অসমীয়া ভাষাৰ পুথি প্ৰকাশনৰ বেলিকাও অসমীয়া লিপি লোৱাতকৈ বঙলাহে ল'ব লগা হয়। ব্ৰাওনে এই মৰ্মে এনেদৰে ব্যাখ্যা দাঙি ধৰিছে:

> যদিও আমি খাম্‌টি আৰু শ্বানসকলক লক্ষ্য কৰিয়ে এই অভিযানত প্ৰবৃত্ত হৈছিলোঁ, তথাপিতো আমাৰ কেউফালে অসমীয়াসকলেই ভৰি থকা অৱস্থাত, আনহাতে আমাৰ বাবে থিতাতে লগা শ্ৰমিকো

লাগ বুলিলেই হাততে পোৱা যায়; ভাল খামুটি শিক্ষকো বিচাৰি পোৱা টান, মই এতিয়া ঘাইকৈ অসমীয়াসকলৰ পিনেই মন দিব লগা হ'ল।[৪]

## অসমীয়া ভাষা ঃ ব্ৰাওনৰ অভিমত

অসমীয়া ভাষা আৰু ভাষাৰ মুক্ত, গ্ৰহণযোগ্য স্বৰধ্বনি, ইয়াৰ চিত্ৰধৰ্মী সংস্কৃতীয়া বৰ্ণমালা, ইয়াৰ আচৰিত ধৰণৰ জতুৱা ঠাঁচৰ বিষয়ে ব্ৰাওনে মুক্তকণ্ঠে প্ৰশংসা কৰি গৈছে।[৫] উল্লেখযোগ্য যে কোনো এজন অসমীয়াই এযাৰ প্ৰতিবাদ কৰাৰ পূৰ্বেই আমেৰিকান মিছনেৰীসকলে ১৮৩৮ চনতে নতুনকৈ আৰম্ভ কৰা গাঁৱলীয়া স্কুলত বঙালী ভাষাৰ মাধ্যমত শিক্ষা দিয়াৰ বিৰুদ্ধে পোন প্ৰথমে সকীয়াই দিছিল। ২৯ অক্টোবৰত বোৰ্ডৰ দৃষ্টি আকৰ্ষণ কৰি লিখা এখন চিঠিত ব্ৰাওনে কৈছিল ঃ

> আমি জানিব পাৰিছোঁ যে চৰকাৰে ২১ খন স্কুল খুলিবলৈ প্ৰস্তাৱ কৰিছে আৰু এইবিলাকত বঙালী ভাষাহে শিকোৱা হ'ব। এইটোৰপৰা এই কথা ওলাই পৰিল যে কেইবছৰমানৰ ভিতৰতে স্বতন্ত্ৰ মৰ্যাদাসম্পন্ন অসমীয়া ভাষা লোপ পাব আৰু এই ঠাই ল'ব বঙালী ভাষাই। এই ব্যৱস্থাৰ বিষয়ে বহুত দিনৰপৰা গুণাগথা চলি আছিল আৰু সম্প্ৰতি চৰকাৰে এই কামত জোৰেৰে লাগি গ'ল। এই কথাত ধনিঠামানো সন্দেহ কৰিব লগা নাই যে এনেধৰণৰ পৰিবৰ্তন কৰিব পৰা হ'বই ... কিমানদূৰ আমি অসমীয়া ভাষা চৰ্চা কৰা উচিত হ'ব নাইবা আমাৰ স্কুলবিলাকত ইয়াৰ ব্যৱহাৰ কৰা হ'ব—এইটো জটিল প্ৰশ্ন। ধৰ্মপ্ৰচাৰ কৰোঁতে আমি অন্ততঃ কেইবা পুৰুষলৈকে অমাৰ্জিত (vulgar) ভাষাকেই ব্যৱহাৰ কৰিবই লাগিব।[৬]

নাথান ব্ৰাওনৰ দৰে এগৰাকী ভাষাবিদে অসমীয়া ভাষা যে বঙলা ভাষাৰপৰা পৃথক, এইটো প্ৰতিপন্ন কৰিছিল আৰু প্ৰাচীন সংস্কৃতৰপৰা ইয়াৰ উদ্ভৱ হোৱাটোও তেওঁ দেখুৱাইছিল। তেওঁৰ



মূল্যবান গ্ৰন্থ 'গ্ৰামাটিক নটিচেছ্ অৱ দি আসামিজ লেংগুৱেজ'ৰ পাতনিত তেওঁ লিখিছে ঃ

> যিসকল লোকৰ অসমলৈ অহাৰ পূৰ্বেই বঙলা ভাষাৰ লগত পৰিচয় হৈছিল তেওঁলোকে অসমীয়া ভাষাক বঙলা ভাষাৰ অপভ্ৰংশ বুলি গণ্য কৰিছিল। বঙলা আৰু অসমীয়া ভাষাৰ ইমানবিলাক শব্দসম্ভাৰ একে হোৱা দেখি আৰু একেটা মূল সংস্কৃতৰপৰাই এইবিলাক ভাষাৰ উৎপত্তি হোৱাৰবাবে এনেধৰণৰ মিল হ'বই; এই কথাটো বিবেচনা নকৰি অকণো নভবা-নিচিন্তাকৈয়ে থিৰাং কৰা হয় যে অসমীয়া ভাষাটো প্ৰচলিত বিবিধ দোৱানৰ লগত বঙলা ভাষাৰ মিহলি হৈ সৃষ্টি হোৱা অপৰিচিত খিচিৰি শব্দ মাথোন। বৰ্তমানৰ অসমীয়া ভাষা বঙলাৰপৰাই জন্ম হোৱা বুলি দিয়া মতটো তথ্যদ্বাৰা প্ৰমাণিত কৰিব নোৱাৰি ... মুঠতে অসমীয়া ভাষাৰ সংস্কৃত মূলৰপৰা উদ্ভৱ হোৱা শব্দবিলাকৰ উচ্চাৰণ-ৰীতিৰ ধৰণেই ই যে বঙলাৰ মূলৰপৰাই উৎপত্তি হৈছে, এনে ধাৰণা মানি ল'ব নোৱাৰা কৰি তোলে।[৭]

ব্ৰাওনে অসমীয়া ভাষাক যথাস্থানত থ'বলৈকে মাথোন বিচৰা নাছিল, উজনি অসমত চলিথকা ধৰণেই অসমীয়া ভাষাটোৰ এটা নিভাঁজ ৰূপ দিবলৈ বিচাৰিছিল। নুসুজা জলবায়ুৰ উপৰিও চিংফো বিদ্ৰোহৰ নিমিত্তে কট্টাৰে তেওঁৰ ছপাশাল স্থানান্তৰ কৰিবলৈ বাধ্য হৈছিল। বোৰ্ডে তেওঁক প্ৰদেশখনৰ ৰাজধানী গুৱাহাটীলৈ যাবলৈ নিৰ্দেশ দিয়ে। ব্ৰাওনে এইকথাত ঘোৰ আপত্তি কৰিছিল; ঘাই কাৰণ —"ইয়াৰ আশে-পাশে থকা অঞ্চলত অসমীয়া লোকৰ বসতি তুলনামূলকভাৱে অতি পাতল" আছিল আৰু বিশেষকৈ এইবোৰ অঞ্চলত চলা অসমীয়াও শুদ্ধ অসমীয়াৰ অপভ্ৰংশ আৰু বঙলাৰ লগতহে অধিক মিল।[৮] তেওঁ আৰু লিখিছিল ঃ

> খাচ অসম আৰু নামনি অসমত চলা ভাষাৰ মাজত যথেষ্ট অমিল আছে, যদিওবা উভয়কে অসমীয়া ভাষা বোলা হয়।

স্থানীয় লোকসকলে সচৰাচৰ কথা-বতৰা অসমীয়া আৰু ঢেকেৰী আৰু বঙলা ভাষাৰে চলায় ( ঢেকেৰী বুলিলে নামনি অসমৰ লোক-সকলকে বুজায় )। এইবিলাক একেটা মূল সংস্কৃতৰ পৰা উদ্ভৱ হোৱা হেতুকে একেধৰণৰ ভাষা। অৱশ্যে হিন্দুস্থানী কিম্বা ব্ৰহ্মদেশৰ ভাষাৰদৰে নহয়, এইবিলাকৰ মূল বেলেগ। তথাপিতো ব্ৰাওনে কৈছিল—'প্ৰভেদ ইমানেই বেছি আছিল যে মিছনাৰী এজনে যদি নিভাঁজ অসমীয়া কয় তেতিয়া নামনি অসমৰ লোকে তেওঁক বুজিবই নোৱাৰে' কথাটো গুৱাহাটীৰ বেলিকাও খাটে। স্থানীয় ভাষা কিম্বা ঢেকেৰী ভাষাৰ লগত বঙলা যোগ নহ'লে তাত চলা অসমীয়া ভাষাৰ লগতহে মিল খায়, নামনিৰ আন আন অঞ্চলৰ লগত নিমিলে। ইয়াৰ কাৰণ হ'ল—১৬৭২ নাইবা ১৬৮২ চনত আহোম ৰজাসকলে গুৱাহাটী দখল কৰি বৰফুকন আৰু আন আন আহোম বিষয়াক ইয়াত নিয়োগ কৰা হয়—যাৰ পৰিয়ালক আন আন সকলোৰে সৈতে খাচ অসমৰপৰা আঁতৰাই অনা হৈছিল। এইসকলে স্থানীয় ঢেকেৰীৰ লগত মিলাই লৈ নিজৰ ভাষা ক'বলৈ লৈছিল—বঙলাই প্ৰভাৱ বিস্তাৰ নকৰালৈ। কিন্তু নামনি অসমৰ বাকী ঠাইত পিছৰ শতিকাতহে আহোমৰ অধীনলৈ আহিছিল। অৱশ্যে এই সুবিধাকণো খৰকৈয়ে আঁতৰি গৈছিল। গুৱাহাটী নামনিৰপৰা অহা লোকেৰেই ভৰপূৰ...ইয়াৰ খিলঞ্জীয়া লোক সংখ্যাত নিচেই কম। তেওঁবিলাকৰ ভাষাই অতি কম সময়ৰ ভিতৰতে বঙলাৰ ওচৰত হাৰ মানিবই লাগিব; কিয়নো বঙলাই ইতিমধ্যে কামৰূপৰ বাকী অংশত সম্পূৰ্ণৰূপে গজগজীয়া হৈ পৰিলেই আৰু ইউৰোপীয় অধিবাসী আৰু স্থানীয় বিষয়াসকলে বঙলাকে প্ৰদেশখনৰ চলিত ভাষা বুলি গণ্য কৰিছিল। প্ৰকৃতপক্ষে, ব্ৰাওনে কোৱাৰদৰে, ভাষা হিচাপে ঢেকেৰীৰ দিন উকলিল আৰু বঙলাৰ ওচৰত মূৰ দোঁৱালে আৰু অপসাৰিত হ'ল।[৯]



## ভাষা-নীতিঃ কোম্পানীৰ আমোল

কোম্পানীৰ আমোলত অসমত চলা ভাষা-নীতিৰ বিষয়েও এইখিনিতে উল্লেখ কৰা উচিত হ'ব। অৰ্হতাসম্পন্ন লোকৰ সেৱা পোৱাত অসুবিধা আৰু লগতে বংগ চৰকাৰৰ অধীনত কৰা ধৰণৰ কাম-কাজৰ পৰিচালনা কৰাৰ জোখাৰে অসমৰ লোকৰ অক্ষমতাই বংগৰপৰা তলতীয়া বিষয়াসকল ( আমোলা ) নিয়োগ কৰিবলৈ চৰকাৰ বাধ্য হোৱাৰ বিষয়ে গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট ডেভিড্ স্কটে ১৮২৬ চনৰ ৭ জুলাই তাৰিখৰ চিঠিত ব্যাখ্যা কৰিছিল।[১০] ইয়াৰপৰা এইটো বুজায় যে এজেণ্ট অসমীয়ালোকৰ নিযুক্তিৰ একেবাৰে বিৰোধী আছিল; বৰং ইউৰোপীয় বিষয়াৰ তদাৰকত পূৰ্বৰ দা-ডাঙৰীয়াসকলকে তেওঁলোকৰ আগৰ উত্তৰাধিকাৰীসূত্ৰে পোৱা কামবিলাক চলাই যোৱাৰ পক্ষেই স্কট চাহাবৰ মূলনীতি আছিল।[১১] নিউভিলে ( Capt Neufville ) ১৮৩০ চনৰ জুন মাহত এইমৰ্মে জনাইছিল যে সম্ভ্ৰান্ত লোকসকলৰ আলস্য আৰু অসমৰ্থতামূলক আচৰণৰ গুণত আৰু জোৰজুলুম নকৰাকৈ কৰ সংগ্ৰহ কৰিব নোৱাৰা কাৰণেই তেওঁ 'সামৰ্থ্য থকা আৰু কামৰ মানুহ' বংগৰ কাষৰীয়া জিলাৰপৰা নিযুক্তি দিবলৈ বাধ্য হৈছিল।[১২] স্কটৰ তোষণ-নীতি সম্পূৰ্ণৰূপে ব্যৰ্থ হৈছিল আৰু ইয়াৰ পিছলৈ চৰকাৰৰ অধীনত থকা ৰাজহ, বিচাৰ আৰু পুলিচৰ চাকৰিত আগৰে পৰা একচেটীয়াভাৱে কাম কৰা অগণন বিদেশী আমোলা ভৰি পৰিল।

সাধাৰণতে বিশ্বাস কৰা হয় যে, এই আমোলাবিলাকেই অসমৰ স্কুল-কাছাৰীত বঙলা ভাষা প্ৰৱৰ্তন কৰে। কিন্তু ইতিহাসৰ মৰ্ম বুজা ছাত্ৰৰ বাবে ইয়াৰ ঐতিহাসিক সত্যতা প্ৰতিষ্ঠিত হোৱা নাই। এতেকে ই ঐতিহাসিক আৰু প্ৰমাণনিৰ্ভৰো নহয়। কোম্পানী আমোলৰ আগভাগত বংগ প্ৰেছিডেন্সীত কাছাৰীৰ ভাষা আছিল পাৰ্চী। অসম অথবা উত্তৰ-পূব সীমান্ত অঞ্চলত ( এই প্ৰেছিডেন্সীৰেই অংগ ) পাৰ্চী জনা লেখকসকলক অধিক দৰ্মহা দি নিযুক্তি দিব লগা হৈছিল

আৰু মৃত্যু অথবা অনুপস্থিত হ'লে তেওঁবিলাকৰ বিকল্প পোৱা অত্যন্ত অসুবিধা হৈছিল। ১৮৩০ চনৰ ২৫ মাৰ্চ তাৰিখৰ চিঠিত স্কটে এই বিষয়ে উল্লেখ কৰোঁতে ফ'ৰ্ট উইলিয়াম কৰ্তৃপক্ষই পাৰ্চীৰ সলনি বঙলা ভাষাক অসমৰ কাছাৰীত ব্যৱহাৰ কৰিবলৈ এজেন্টলৈ নিৰ্দেশ দিয়ে আনন্দৰাম ঢেকীয়াল ফুকনে ভবাৰ দৰে সম্পূৰ্ণ 'এক ভ্ৰমাত্মক ধাৰণাৰ বশৱৰ্তী হৈহে' যে 'অসমীয়া আৰু বঙলা ভাষাত মূলঃ অভিন্ন আৰু একেই।'[১৩] তথাপি, কেইবছৰমান ধৰি উজনি আৰু নামনি অসম উভয়তে ৰাজহ বিভাগত আন্তঃৰাজ্যিক মাধ্যমস্বৰূপে পাৰ্চী ভাষাই চলি আছিল।[১৪] ১৮৩৬ চনত বিচাৰ বিভাগৰ বাইবেল সদৃশ 'আসাম ক'ড' বঙলা ভাষালৈ ভাঙনি কৰা হয় আৰু বঙলা ভাষাকেই সাক্ষী-প্ৰমাণৰ নথীভুক্ত কৰাৰ আইনতঃ মাধ্যম কৰা হ'ল— যদিও মধ্য আৰু উজনি অসমৰ লোকে এই ভাষা সমুলি বুজি নেপাইছিল। এবছৰ পূৰ্বে আৰম্ভ কৰা গুৱাহাটী স্কুলত দুটা ঘাই বিভাগ আছিল ঃ ইংৰাজী আৰু বঙলা ভাষা। ১৮৩৮ চনত ব্ৰাওনে উল্লেখ কৰা মতে, ২১ খন গাঁৱলীয়া স্কুলত ৰাজহ বিভাগৰ সৰু-সুৰা বিষয়া উলিয়াব পৰাকৈ অকল বঙলা ভাষাহে শিকোৱা হৈছিল। তেওঁবিলাকৰ প্ৰশাসনীয় সুবিধাৰ হেতু বৃটিছ চৰকাৰে প্ৰকাশ্য কিম্বা গোপনভাৱেই অসমৰ কাছাৰী আৰু স্কুলবিলাকত বঙলা ভাষা প্ৰৱৰ্তন কৰে, আমোলাবিলাকে প্ৰৱৰ্তন কৰা নাই। চৰকাৰৰ এনে কাৰ্যৰ বিৰুদ্ধে মাত মাতিবলৈ মধ্যবিত্ত বুদ্ধিজীৱী শ্ৰেণী তেতিয়াও গঢ় লৈ উঠা নাছিল। আনহাতে মানৰ আক্ৰমণৰ ভয়াবহতাৰ মাজত পেপুৱা লাগি থকা জনসাধাৰণেও সেই সজীৱ স্মৃতিৰে তেওঁবিলাকৰ ত্ৰাণকৰ্তাসকলৰ বিৰুদ্ধে যাবলৈ সাহস কৰিব পৰা নাছিল—এই কথাৰ প্ৰমাণ আগভাগত দেখা দিয়া বৃটিছ-বিৰোধী আন্দোলনৰ প্ৰতি আওকণীয়া সমৰ্থন আৰু পিছৰ কালৰ কোম্পানী আমোলৰ কালত স্পষ্ট হৈ পৰিছিল।

চৰকাৰী নীতি যিয়েই নহওক, ১৮৫৪ চনত বেপ্টিষ্ট মিছনেৰী ইউনিয়নে



নগাঁৱলৈ ভ্ৰমণ কৰিবলৈ অহা বৈদেশিক সচিবক এই মৰ্মে পৰামৰ্শ দিয়ে যে স্থানীয় ভাষাতে শিক্ষাদান কৰা উচিত হ'ব, ইংৰাজী বা বঙলা ভাষাত ১ অক্টোবৰৰ পিছত শিক্ষাদান কৰিব নেলাগিব আৰু যেতিয়ালৈকে উপযুক্ত অসমীয়া পাঠ্যপুথি ছপাই উলিয়াব পৰা ন'হব তেতিয়ালৈকেহে বঙলা পাঠ্যপুথি ব্যৱহাৰ কৰা হ'ব আৰু তাকো তিনি বছৰৰ বেছি হ'ব নোৱাৰিব। বৈদেশিক সচিবগৰাকীয়ে এই পৰামৰ্শ গ্ৰহণ কৰাৰ উপৰিও তেওঁ এইক্ষেত্ৰত আৰু এদোপ আগবাঢ়িহে গ'ল। তেওঁৰ মতে, অসমীয়া পাঠ্যপুথি শীঘ্ৰে সুলভ কৰাৰ ঘাই পন্থা হ'ল—হাতত পোৱা বিলাককে ব্যৱহাৰ কৰা। যদিহে আৱশ্যকীয় সংখ্যক অসমীয়া পাঠ্যপুথি পোৱাও নাযায়, মুখে মুখেই অসমীয়া শিক্ষা দিব লাগিব যাতে তাকে ভিত্তি কৰি লিখিত পাঠ্যপুথি প্ৰণয়ন কৰিব পৰা যায়। কিয়নো বঙলা পাঠ্যপুথি ব্যৱহাৰ কৰা মানেই 'ক্ষতিকৰ ব্যৱস্থা স্থায়ী কৰাহে হ'ব।'[১৫]

## অসমীয়া বনাম বঙলা ভাষা

এইটো নিঃসন্দেহে ক'ব পাৰি যে, বঙলা ভাষা প্ৰৱৰ্তন কৰাৰ বিৰুদ্ধে মাত মতা সৰ্বপ্ৰথম অসমীয়াগৰাকী হ'ল আনন্দৰাম ঢেকীয়াল ফুকন। তেওঁ ১৮৫৩ চনত সদৰ জজ এ-জে মিলছ (A.J. Moffat Mills) অসম ভ্ৰমণাৰ্থে আহোঁতে 'অসম প্ৰদেশৰ প্ৰশাসন সম্বন্ধে পৰ্যালোচনা' দাখিল কৰিছিল। দণ্ডাধীশ হিচাপে তেওঁ অসমীয়া মকৰ্দমাকাৰীসকলে ভোগ কৰা অন্যায়বিলাক ভালদৰে জানিছিল, আনফালে তেওঁবিলাকৰ শতকৰা ৯০ ভাগেই আছিল নিৰক্ষৰো। চৰকাৰী স্কুলবিলাকৰ শিক্ষা-ব্যৱস্থাও যে অতি শোচনীয় আছিল, তেওঁ এইকথাটো ভালদৰেই উপলব্ধি কৰিছিল। আচলতে অসমীয়া ল'ৰাহঁত আনবিলাকৰ তুলনাত ওদাও নাছিল, বিদেশী মাধ্যমত শিকোৱা নিমিত্তেই এই দশা হৈছিল।[১৬] মিলছ চাহাবে সেই নিমিত্তে মুক্তকণ্ঠে স্বীকাৰ কৰিছিল— 'বঙলাভাষাতে সকলো কাম চলাবলৈ আৰু অসমীয়াই এইটো বুজিবই লাগিব বুলি নিৰ্দেশ দি আমি ডাঙৰ-ভুল কৰিলোঁ।' ইয়াৰ-

পৰা পিছভৰি কৰিবলৈ বৰ বেলি হোৱা হেতুকে তেওঁ অসমৰ আৰু কাছাৰীবিলাকত বঙলাৰ সলনি অসমীয়া চলাবলৈ দৃঢ়তাৰে অনুমোদন জনায়।[১৭]

অতি আচৰিত কথা, অসমৰ উচ্চ শিক্ষাৰ পিতৃ বুলিব পৰা স্কুলবিলাকৰ পৰিদৰ্শক উইলিয়াম ৰবিনছনে ( Willam Robinson ) এনে মত পোষণ কৰিছিল যে অলপ সৰু-সুৰা ব্যতিক্ৰমেৰে দুয়োটা ভাষাৰে মিল আছে। তেওঁ বিশ্বাস কৰিছিল যে দুয়োভাষাৰ ভিতৰত নথকা মিলো বঙলা ভাষাৰ উন্নতিৰ নিমিত্তে নহয়, উচ্চাৰণৰ ৰীতিৰ বাবেহে আৰু 'অসমীয়াবিলাকে খেয়াল অনুসাৰে ( capricious ) বানানো ব্যৱহাৰ কৰে।' উচ্চ ধৰণৰ বঙলা পুথিত ব্যৱহৃত ভাষাৰ লগত ৰিজাই চালেই অমিল বৰ বেছি যেন লাগে। আকৌ সাধাৰণতে ব্যৱহাৰ হোৱা চহা (colloquial ) বঙলা ভাষাৰ লগতো এনে অমিল ওলাই পৰে। মিছনেৰীসকলে আৰু অসমীয়া মানুহে অসমত চলা চহা ভাষা আৰু পুথিগত বঙলা ভাষাৰ লগত ৰিজাই চাইহে সিদ্ধান্ত গ্ৰহণ কৰিছিল। গতিকে তেওঁৰ মতে, অসমীয়া ভাষা বঙলাৰপৰা সম্পূৰ্ণ পৃথক বুলি কোৱা কথাটো একেবাৰে মিছা।[১৮] এজন 'নেটিভে' এই মতটো তেজাল ভাষাৰে খণ্ডন কৰে। তেওঁ আন কোনো নাছিল, আনন্দৰাম ঢেকীয়াল ফুকনেই আছিল। তেওঁৰ পুস্তিকাখন আছিল শিৱসাগৰ মিছন ছপাশালত ১৮৫৫ চনত প্ৰকাশিত 'অসমীয়া ভাষা সম্বন্ধীয় কেইটামান অভিমত।'[১৯] অসম মিছনৰ (১৮৫৬) ৪২ তম্ বাৰ্ষিক প্ৰতিবেদনত প্ৰকাশ পোৱা মতে দেখা যায় যে বেপ্টিষ্ট মিছন প্ৰেছত ছপোৱা এই 'মূল্যবান পুথি'ৰ নাম আছিল—'অসমীয়া ভাষা আৰু অসমৰ মাতৃভাষা শিক্ষা' (Assamese Language and Vernacular Education in Assam )। সি যি কি নহওক, এই পুথিয়ে গোটেই বিষয়টোৰ আৰম্ভণি কৰে। মূল প্ৰসংগটো আছিল। প্ৰতিবেদনত উল্লেখ কৰা মতে, 'স্থানীয় জনসাধাৰণে তেওঁ-



বিলাকে জন্মতে পোৱা ভাষাটো ব্যৱহাৰ আৰু কৰ্ষণ কৰিব নে ইয়াৰ সলনি আন প্ৰদেশ আৰু বেলেগ লোকৰ 'ভাষা এটা ব্যৱহাৰ কৰিব।' প্ৰস্তাৱিত বঙলা ভাষাৰ সপক্ষে থকা যুক্তিটো আছিল— বঙলাৰ লগত অসমীয়া ভাষাৰ অনুমানৰ ওপৰত ভিৰ দি ধৰি লোৱা মিলটো আৰু যিবা অমিল আছিল তাকো 'ব্যাকৰণগত গঢ়ৰ প্ৰভেদ, আৰু সিয়ো দৰাচলতে তথাকথিত 'স্থূল, অশ্লীল আৰু তৰল' ( crude, vulgar and slovenly )। অসমীয়াৰ লগত উচ্চপৰ্যায় অথবা সু-সংস্কৃত বঙলাৰ শব্দ-সম্ভাৰৰ তুলনা কৰিহে আৰু ত্ৰিছ নিযুত বঙলাভাষীৰ বাবে হাতত পোৱা আৰু প্ৰস্তুত হৈ থকা পুথিৰ সুলভতা কিম্বা ভৱিষ্যতে প্ৰস্তুতযোগ্য পুথিৰ বিষয়ে চিন্তা কৰি আৰু তুলনামূলকভাৱে লঘিষ্ঠ সংখ্যক লোকৰ বাবে স্বতন্ত্ৰ সাহিত্য সৃষ্টিত গুৰুত্ব দি, দোৱানৰ প্ৰভেদত ভিৰ নিদি অকল উৎকৃষ্ট ব্যৱস্থাটো অটুট ৰখাৰ সপক্ষেই কৰা হৈছে বুলিহে গণ্য কৰা হৈছিল।"[২০]

বেপ্টিষ্টসকলে এই ধাৰণা ভিত্তিহীন বুলি অভিহিত কৰিছিল। তেওঁলোকৰ মতানুসাৰে—

> অসমীয়াসকল বংগদেশৰপৰা অহা নাছিল। বঙলাতকৈ এই ভাষাৰ সংস্কৃতৰ আন আন শাখাৰ লগতহে মিল আছে। যোৱা ত্ৰিছ বছৰৰ পৰিৱৰ্তনৰ মাজতো অসমৰ ভাষা শতিকাৰ বাবেও একেই ৰ'ল। গঢ় আৰু বৈভৱৰ পিনৰপৰাও ই বঙলাৰ তুলনাত কোনোগুণে হীন নহয়। ই বৰ সহজ, বোৱতী আৰু গ্ৰহণযোগ্য ভাষা, শব্দবহুলো। ইয়াৰ প্ৰাদেশিক আৰু সময় ছুই যোৱা চৰিত্ৰ আছে। উচ্চাৰণৰ খেলিকা ঐক্য আছে, ইয়াক দমাই নেৰাখিলে বিশ্বৰ আন আন অংশৰ দৰে ইয়াৰো সমান পৰিমাণৰ স্থান হ'ব বুলি বিশ্বাস ৰাখিব পাৰি।[২১]

মাইলচ ব্ৰন্সনে যিমান সাহসেৰে অসমীয়া ভাষাৰ সপক্ষে লাগিছিল আন কোনো অসমীয়াই ইমানখিনি কৰিব নোৱাৰিলেহেঁতেন, ই ধ্ৰুৱপ। অসমীয়া ভাষাৰ প্ৰাচীনত্ব তুলি ধৰি আৰু

বঙলা প্ৰৱৰ্তনৰ বিৰুদ্ধে তেওঁৰ কীৰ্তিস্তম্ভস্বৰূপ 'অভিধান'ৰ পাতনিত তেওঁ লিখিছে :[22]

> সকলো জাতি আৰু মানুহৰ মাজত নিজ মাত্ৰি ভাসা আদৰণিয়। সেয়ে যিমান কি খিন আৰু অসোভিত নহওক, তেওঁ আপোন ভাসা বুলি নেৰে। ৰণ-বিগ্ৰহ, ৰাজ্যভগা আৰু নতুন ৰাজ্যপতা, এনে দুৰ্ঘটনাৰপৰা নানা বিদেসি ভাসা সিকাতে মাত্ৰি ভাসাক গুচাব নোৱাৰে। আমাৰ এই অসম দেশত ইয়াৰ প্ৰমাণ দেখা গৈচে। পুৰ্বে আহোম ৰজাসকলে এই দেস জই কৰি স স বচৰ ভোগ কৰিলে। তেওঁ বিলাকৰ ভাসা খাতমি জাতিৰ সমন্ধিয় এক ভাসা আছিল। কিন্তু এনে অতি আচৰিত জে ৰজাসকলৰ ভাসাই অসমিয়া ভাসাৰ একো হানি নকৰি এতিয়া প্ৰাই সেই ভাসা আপুনি লোপ হ'ল। এইদৰে মান আৰু মচলমানৰ সৈন্যে বাৰে বাৰে এই দেসত ৰণ কৰি দেসৰ বহু উৎপাত কৰিলে। তথাপি ভাসাৰ একো লৰ নহল। আৰু বৰ্তমান কালত এই দেস ইংলণ্ডিয়সকলৰ অধিন হোআত তেওঁবিলাকে অচমিয়া ভাসাৰ প্ৰতি বিসেস সহায় নহয় বঙালি ভাসাক নিজ মাত্ৰি ভাসা বুলি গৱৰ্নমেণ্টৰ সকলো কৰম আৰু স্কুল আদিতো ৰেৱহাৰ কৰে। তাতে আমাৰ অচমিয়া মানুহৰ এভাগে জিৱিকাৰ উপাইৰ নিমিত্তে বহু স্ৰমেৰে বিদেসি ভাসা সিকে ; আৰু কিচু বঙ্গালি কথা লিখিব পাৰিলে কাচাৰিলৈ গৈ তাত বঙ্গালি অচমিয়া দুয়োকো মিহলাই আৰজি আদি লিখি জিবিকা উলিয়াই। কাচাৰি ঘৰত দিনৰ দিটো হিন্দুস্থানি, বঙ্গালি আৰু কেতিয়াবা কিচু অচমিয়া কথাও মিহলাই কাম-কাজ কৰে ; কিন্তু আপোন ঘৰ পৰিআল পোআ মাত্ৰে স্বধৰূপে নিজ মাত্ৰি ভাসাৰে আলাপ কৰে। এইদৰে প্ৰাই ৩০ বচৰ গল ; কিন্তু অচমিয়া ভাসা ব্ৰহ্মপুত্ৰ নদিৰ সোঁতৰ নিচিনাকৈ ৰাজ্যৰ মাজত এনেদৰে চলি আছে আৰু আগলৈকো চলিব।



ৰবিনছনে আগবঢ়োৱা যুক্তি খণ্ডন কৰি ৰংগৰ লেঃ গৱৰ্নৰলৈ দিয়া এখন চিঠিত তেওঁ এইদৰে সোঁৱৰাই দিয়ে :

> মাতৃভাষা আঁতৰাই আৰু স্থানীয় নোহোৱা আৰু বিদেশী ভাষা বঙলা চলাই যোৱাটো আমি সন্তৱপৰ হ'ব বুলি নেভাবোঁ। আমি বঙালী শিক্ষকৰ হতুৱাই পঢ়াই চালোঁ, কিন্তু তেওঁলোকৰ পাঠ সাধাৰণ লোকে বুজিব নোৱাৰে। আৰু তেওঁলোকেও উপায়ন্তৰ হৈ অসমীয়া শিকিবলৈ আৰু ব্যৱহাৰ কৰে। একে কাৰণতে অসমীয়াৰ মাজত বঙলা পুথি প্ৰচাৰ কৰোঁতে আমি যেতিয়াই এখন পুথি দিওঁ তেতিয়া প্ৰায় প্ৰতি গাঁৱতেই জনসাধাৰণে কয়—'আমি তোমালোকৰ পুথি পঢ়িব নোৱাৰোঁ; কিন্তু যেতিয়াই কওঁ বঙলা নহয় অসমীয়া পুথিহে তেতিয়া পুথি লয় আৰু সাদৰেৰে পঢ়েও। বঙলা পুথি ছাত্ৰক দিয়া হয়, তেওঁবিলাকে সকলো কথাকে আৰু শিক্ষকেও সকলো ব্যাখ্যা, টিপ্পনি, আনকি পাঠো স্থানীয় কথা অসমীয়াতেই কয়।[23]

ডেনফৰ্থ ( Danforth, ) হুইটিং ( Whiting, ) ৱাৰ্ড ( Ward ), ষ্টোডাৰ্ড ( Stoddard ) আদি মিছন মুৰব্বীৰো একেই কথা। অসমীয়া আৰু বঙলা ভাষাৰ মাজত থকা অমিল দেখুৱাই ডেনফৰ্থে এইদৰে মন্তব্য দিছিল :

> ভাবৰ প্ৰকাশেই ভাষা...অসমীয়াই অসমীয়াহে বুজি পায়, বঙলা তেওঁবিলাকৰ ভাষা নহয়, ই ( তেওঁলোকৰ ) ভাবৰ প্ৰকাশ কৰিব নোৱাৰে। অসমীয়া আৰু বঙলা ভাষাই একেটা মূল সংস্কৃতৰপৰাই শব্দ-ভাণ্ডাৰ গ্ৰহণ কৰিছে, গতিকে শব্দৰ যথেষ্ট মিল থাকিবই। বঙালী পণ্ডিতে স্বাভাৱিকতেই বেছি অসমীয়া বুজি পায়। ইংৰাজী জনা পণ্ডিত এজনে লাটিন নিউ টেষ্টামেণ্টৰ বহুলাংশৰ অৰ্থ ভেদ কৰিব পাৰিব, কিন্তু সেইবুলিই লাটিন ইংৰাজী হ'ব নোৱাৰে, কিম্বা আগৰ কাৰণতো বঙলা ভাষাও অসমীয়া হ'ব নোৱাৰে।[24]

## অসমীয়া ভাষাৰ প্ৰৱৰ্তন

আমেৰিকান মিছনেৰীসকল আৰু অসমীয়া বুদ্ধিজীৱী কেইজনমানে আগবঢ়োৱা অকাট্য আৰু বিশ্বাসযোগ্য যুক্তিবিলাকে অসম আৰু ফৰ্ট ইউলিয়মৰ কৰ্তৃপক্ষক প্ৰত্যয় নিয়াব পাৰিছিল। ১৮৬৩ চনৰ আগভাগত ৰবিনছনৰ পিছত হোৱা শিক্ষা-পৰিদৰ্শক জেমছ মূৰেই (James Murray) শিক্ষা-কাউন্সিললৈ দিয়া এক পত্ৰত আঙুলিয়াই দিয়ে যে বঙলা এটা সম্পূৰ্ণ পৃথক ভাষা আৰু এই প্ৰদেশৰ লোক-সকলৰ ইয়াৰ প্ৰতি কোনো আগ্ৰহ নাই আৰু যি অলপ-অচৰপ শুনে তাকো শীঘ্ৰে পাহৰি পেলাই।[২৫] তেতিয়াৰ অসমৰ কমিছনাৰ জে-চি হ'টনে (J.C. Haughton) অসমীয়াকে কাছাৰীৰ ভাষা কৰিব লাগে বুলি দিয়া অনুমোদন বংগৰ চৰকাৰে গ্ৰহণ নকৰিলে। অৱশ্যে এটা মধ্যম পন্থা গ্ৰহণ কৰা হ'ল—অসমত কাম কৰি থকা বেসামৰিক বিষয়াসকলে অসমীয়া ভাষাৰ যোগ্যতা ল'ব পৰা পৰীক্ষাত উত্তীৰ্ণ হ'ব লাগিব।[২৬] চৰকাৰৰ পৃষ্ঠপোষকতাত ইতিমধ্যে বাঢ়ি অহা স্বাৰ্থজড়িত মহল প্ৰবল হৈ পৰিল আৰু যি উপায়ে নহওক এই ব্যৱস্থাৰো ওৰ পেলাবলৈ চেষ্টা কৰিলে।[২৭] এনে কাৰ্যৰো আকৌ ১৮৭২ চনৰ ৯ মাৰ্চ তাৰিখে ব্ৰন্সনৰ নেতৃত্বত ১৩৪ জন শিক্ষিত অসমীয়াই সাহসেৰে প্ৰতিবাদ কৰে। বংগৰ লেঃ গৱৰ্নৰ ছাৰ জৰ্জ কেম্পবেলক কোৱা হয় যে কলিকতাৰ কৰ্তৃপক্ষই অসমৰ লোক-সকলৰ প্ৰতি সুবিচাৰ কৰাত ব্যৰ্থ হৈছে। ইয়াৰ মূলতে দুয়োটা ভাষা—অৰ্থাৎ অসমীয়া আৰু বঙলা ভাষা নজনাৰ গুণত তেওঁলোকে বঙালী বিষয়াৰ ওপৰত বিশ্বাস কৰিব লগাত পৰে। এইবিলাকে স্বাভাৱিকতে স্কুল আৰু কাছাৰীত তেওঁলোকৰ ভাষাটো চলোৱাত আগ্ৰহী। স্মাৰক-পত্ৰ দাখিল কৰোঁতাসকলে লেঃ গৱৰ্নৰক পতিয়ন নিয়ালে যে তেওঁলোকৰ দাবী যুক্তিসংগত, অসমীয়া জনসাধাৰণৰ ভাষা, এই ভাষা মিছনেৰী স্কুলবিলাকত চলে, এই ভাষাত প্ৰকাশিত পুথি আৰু অভিধানো আছে।[২৮] যি স্থলত ভাৰত চৰকাৰৰ নীতি হ'ল



কাছাৰীত স্থানীয় ভাষাৰ ব্যৱহাৰ কৰা, অসমীয়া চলোৱাৰ বিৰুদ্ধে কোনো ৰকমৰ বৈধ যুক্তি থাকিব নোৱাৰে। কেম্পবেলে সেইকাৰণে ১৮৭৩ চনৰ ৯ এপ্ৰিল তাৰিখে নিঃসংকোচে কাছাৰী আৰু স্কুলবিলাকত অসমীয়া ভাষা প্ৰৱৰ্তন কৰিবলৈ সিদ্ধান্ত লয়; অৱশ্যে এটা চৰ্ত সাপেক্ষে—যেতিয়াই বাৰজনীয়া বা তাতকৈ বেছি ছাত্ৰ থকা শ্ৰেণীয়ে বিচাৰে তেওঁবিলাকক বঙলা ভাষা পৃথকে শিকাব পাৰিব।[২৯]

## ভাষানীতি ঃ জনজাতি অঞ্চল

পাহাৰেই হওক বা ভৈয়ামেই হওক, যদিওবা বেপ্টিষ্টসকলৰ সাধাৰণ নীতি আছিল ঈশ্বৰৰ আচৰিত সৃষ্টি (wonderful works of God) নিজা মাতৃভাষাতে সকলোকে শিকাব লাগিব, তথাপি দুই কি তিনি-খন মাত্ৰ খ্ৰীষ্টীয় মূলকথা সম্বলিত প্ৰাথমিক পুথি প্ৰস্তুত কৰাৰ পিছত পোনতে স্থানীয় সহায়কৰ দ্বাৰা (ৰামখে ওমেদ) গাৰোসকলৰ মাজত খ্ৰীষ্টীয় উপদেশবিলাক নিজা নিজা দোৱানৰ জৰিয়তেহে শিকাবলৈ পৰামৰ্শ দিয়া হৈছিল।[৩০] যিবিলাক জনজাতীয়লোক অসমীয়াৰ ওচৰে-পাজৰে আছিল আৰু অসমীয়া ভাষাও জানিছিল সেইবিলাকক অসমীয়া ভাষাতেই প্ৰচাৰ অভিযান চলাবও পাৰি বুলি ভবা হৈছিল। মিকিৰ (কাৰ্বি), মিৰি (মিছিং), কছাৰী আৰু নগা বিলাকৰ বেলিকা পোনতে অসমীয়াতেই ধৰ্মোপদেশ দিয়া হৈছিল। গাৰো বিলাকৰ বেলিকা কথাতো বেলেগ আছিল। তিব্বত-বৰ্মা ঠালৰ এই জন জাতীয়-সকল মূলতঃ একস্বৰা, নিজা বৰ্ণমালা আৰু সাহিত্যও নাই। ভৈয়ামৰ অসমীয়া আৰু বঙালীলোকৰ সংস্পৰ্শলৈ অহাত এটা সংমিশ্ৰণ-পদ্ধতি আৰম্ভ হয় আৰু ফলস্বৰূপে বৃটিছে গাৰো পাহাৰ দখল কৰাৰ পূৰ্বে ভালেমান সংস্কৃত শব্দৰে গাৰো শব্দ-ভঁৰাল ভৰি পৰে। এনে কাৰণতে আদিতে মিছনেৰীসকলে শিক্ষা আৰু ধৰ্মপ্ৰচাৰ বঙালা ভাষাতেই কৰিছিল। জেনকিন্সেও ভাবিছিল যে গাৰোবিলাকৰ অশালীন অভ্যাস দূৰ কৰাৰ স্পষ্ট উপায় হ'ল—নামনি প্ৰদেশৰ সাধাৰণ চলতি ভাষাৰেই শিক্ষাদান আৰম্ভ কৰাটো।[৩১] বিভিন্ন দোৱানবিলাকৰ ভিতৰত বেপ্টিষ্ট-

সকলে চিছ্‌ক (Chisak) আৰু অ' কেই (Awe) স্বৰবৰহী (standard) দোৱান বুলি গ্ৰহণ কৰি ভালেমান ধৰ্মীয় আৰু আন আন পুথি প্ৰস্তুত কৰাত মনোযোগ দিছিল।[32]

প্ৰকৃতপক্ষে যোৱা শতিকাৰ শেষবছৰ পৰ্যন্ত স্থানীয় কৰ্তৃপক্ষই পাহাৰ অঞ্চলত শিক্ষা-বিস্তাৰ আৰু পাঠ্যপুথিৰ ক্ষেত্ৰত মিছনেৰীসকলৰ ওপৰতে নিৰ্ভৰ কৰিছিল। চৰকাৰী ভূমিকা, সাহায্য মঞ্জুৰী কৰা আৰু শিক্ষামূলক কাম-কাজৰ বাবে মিছনেৰীসকলক বঁটা আদি দিয়াতেই সীমাবদ্ধ আছিল। ধৰ্ম-নিৰপেক্ষ শিক্ষাদানৰ কাৰণে চৰকাৰী স্কুলো পিছতহে স্থাপিত হৈছিল—এই ক্ষেত্ৰতো আছিল একধৰণৰ সুপ্ৰভাৱযুক্ত প্ৰতিদ্বন্দ্বিতা (Healthy rivalry) ৰ মনোভাৱ।[33] কম সময়ৰ ভিতৰতে অনেক প্ৰশ্ন উদ্ভৱ হৈছিল : (১) এটা দোৱানতে সকলোকে শিক্ষা দিয়া হ'বনে বেলেগ বেলেগ দোৱান ব্যৱহাৰ কৰা হ'ব, (২) বঙলা লিপি নে ৰোমান লিপি গ্ৰহণ কৰা হ'ব, (৩) বঙলা আৰু অসমীয়া ভাষাও পাহাৰীয়া দোৱানৰ লগতে শিকাব লাগিবনে?[33] অনেক বিধৰ দোৱান চলি থকাত অকল এটা দোৱান লোৱাত অসুবিধা হৈছিল। বঙলা ভাষাৰ মাধ্যমত শিক্ষা দিয়াটোও অকাৰ্যকৰী বুলি গণ্য কৰা হয়, কিয়নো তেনে কৰিবলৈ হ'লে নতুন শিক্ষক নিযুক্তি দিব লাগিব। নহ'লে থকা খিনিকো নতুনকৈ প্ৰশিক্ষণ দি ল'ব লাগিব। তদুপৰি পাঠ্যপুথি প্ৰণয়ন আৰু ছপা কৰাত অৰ্থ আৰু অধিকলোকৰ প্ৰয়োজন আছেই। এনেবিলাক বিবেচনা কৰিয়ে গৱৰ্ণৰ জেনেৰেলে কাউন্সিলত ৮৬৪ চনত থিৰাং কৰিলে যে ইংৰাজী বা পাহাৰীয়া লোকৰ স্থানীয় ভাষাত ৰোমান লিপিৰে শিক্ষাদান কৰা হ'ব আৰু যদি জনসাধাৰণেই দাবী তোলে, বঙলা নাইবা অসমীয়া ভাষাও চলাই যোৱা হ'ব।[34]

১৮৭৩ চন পৰ্যন্ত গাৰোপাহাৰত আমেৰিকান মিছনেৰীসকলে বঙলা ভাষাকে ৰখাটো ভাল পাইছিল। কাৰণ গাৰো মিছনেৰীসকলে বঙলা কিম্বা ইংৰাজীহে শিকিব খোজে, আন ভাষা ল'ব নোখোজে।[35] ফিলিপ আৰু মেছন অহাৰ লগে লগেই ভাষানীতিৰ বৈপ্লৱিক পৰিৱৰ্তন ঘটে।



ধৰ্মীয় গ্ৰন্থৰ উপৰিও গাৰো ভাষাত পাঠ্যপুথিও প্ৰণয়ন কৰা হয়, জানোচা 'পাহাৰীয়া লোকসকলক খ্ৰীষ্টান কৰাত' বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি হয়। ১৮৯৩ চনৰ ২০ জানুৱাৰী তাৰিখে তুৰাত বহা আমেৰিকান বেপ্টিষ্ট ইউ-নিয়নৰ সভাই এই কথাটো সাব্যস্ত কৰে। ইয়াত প্ৰস্তাৱ কৰা হয় যে পাহা-ৰীয়া জনজাতীয় লোকসকলৰ নিমিত্তে ৰোমান লিপিকে ব্যৱহাৰ কৰা হ'ব আৰু অসমৰ বেলিকা লিখিত ভাষা নোহোৱা স্থলত অসম আৰু ব্ৰহ্মদেশত কাম কৰি থকা মিছনে অতি কম সময়ৰ ভিতৰতে পাহাৰক চেৰাই বাহিৰতো স্পৰ্শ কৰিব পাৰিব। ৰোমান লিপিৰৰ সৰল হোৱাৰ উপৰিও পুথিপ্ৰণয়নৰ বিশ্বজোৰা সুবিধা, ব্ৰহ্মদেশৰ মিছনৰ লগতে কাম কৰি যোৱাৰ সুবিধা, অখ্ৰীষ্টীয় কুপ্ৰভাৱৰ লগত মিহলি হৈ দোষদুষ্ট হোৱাৰ শংকাই মিছনেৰীসকলৰ মনত এনেদৰে বৈপ্লৱিক পৰিৱৰ্তন সধাৰ ক্ষেত্ৰত প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছিল। আনহাতে গাৰোবিলাকৰ মাজত ইয়াৰ বিৰুদ্ধে কোনোধৰণে সংগঠিত প্ৰতিবাদো নাছিল।[36]

পূব বা পশ্চিমাঞ্চলৰ নগাসকলে ভৈয়ামৰ লোক আৰু আন জনজাতীয় লোকৰ মাজত বেহা-বেপাৰ কৰিছিল ভঙা অসমীয়া মাধ্যমত। এতিয়াও বিভিন্ন নগাগোটৰ মাজত যোগাযোগ হয় নাগামিজৰ জৰিয়তে। নগাসকলে অসমীয়া শিকাত ইমান গুৰুত্ব দিছিল যে খনমা, জোট্ ছেমাৰদৰে প্ৰতাপী নগা খেলবিলাকেও তেওঁবিলাকৰ ডেকাচামক নগাঁও আৰু গুৱাহাটীৰ স্কুলত অসমীয়া শিকিবলৈ পঠাইছিল।[37] নগাৰ বেলিকা ভাষানীতি গ্ৰহণত দুটা মত সৃষ্টি হৈছিল। কেপ্টেইন জেনকিন্স আৰু গৰ্ডনে (Gordon) ভাবিছিল যে অসমীয়া মাধ্যমতে নগাকো শিকাব লাগে, নগাপাহাৰৰ পলিটিকেল অফিচাৰ (P O.) গ্ৰেগৰীয়ে (Gregory) আকৌ বিচাৰিছিল যে ৰোমান লিপিৰে ইংৰাজী আৰু আংগামীত নগাক শিক্ষা দিব লাগে। তেওঁ এই মৰ্মে যুক্তি দিছিল যে পাহাৰীয়া লোকসকলে ভৈয়ামৰ ভাষা শিকাৰ লগে লগেই ভৈয়ামীয়া ফন্দি আদি সকলো ধৰণৰ কু-অভ্যাস শিকাৰ উপৰিও আগতে নোহোৱা

জাতিভেদৰ আচৰিত ধাৰাণাও ল'বলৈ ধৰিলে।[৩৮] পিছত জনষ্টোনে (Johnstone) বিচাৰিলে যে নগাসকলক পাদুৰীসকলৰ দ্বাৰাহে ইংৰাজী আৰু খ্ৰীষ্টধৰ্মৰ শিক্ষা দিব লাগে। 'অসমীয়ালোকে নগাক শিকোৱা মানেই অসমীয়াসকলৰ পৌৰষহীন স্বভাৱ আৰু ধৰ্মীয় চৰিত্ৰ গ্ৰহণ কৰাৰ সম্ভাৱনা' বুলিয়ে তেওঁ ইয়াৰ বিৰোধিতা কৰিছিল।[৩৯]

মুঠতে এইটো বঢ়িয়াকৈ বুজা যায় যে, ভৈয়ামৰ ভাষা একেবাৰে আওকাণ কৰি ইংৰাজী মাধ্যমত গুৰুত্ব দিয়া হৈছিল। কৰ্তৃপক্ষৰ মতে পাহাৰ অঞ্চল ভৈয়ামৰপৰা সম্পূৰ্ণৰূপে পৃথক বাবে দুয়ো অঞ্চলৰ বেহা-বেপাৰ বৃদ্ধি নহয় মানে অসমীয়া-বঙলা ভাষা শিকাৰ আৱশ্যক নকৰে। কিন্তু আচলতে এই শতিকাৰ আৰম্ভণিৰেপৰা দেখা দিয়া জাতীয়তাবাদী জাগৰণৰ প্ৰভাৱৰপৰা পাহাৰীয়াসকলক আঁতৰাই ৰাখিবৰ নিমিত্তেই এনে কৰা হৈছিল।[৪০] ফলস্বৰূপে, এছ-কে চৌৰেই ঠিকেই কৈছে: খাচি আৰু গাৰোসকলে বঙলা ভাষা পাহৰি যোৱাৰ উপক্ৰম হৈছে, যদিও আজিও নগাসকলৰ যোগাযোগৰ মাধ্যম ভঙা অসমীয়া; তথাপিতো এই নগাসকলে অসমীয়াৰপৰা নিলগ হৈ পৰিল।[৪১]

## চতুৰ্থ অধ্যায়

## অসমীয়া খ্ৰীষ্টীয় সাহিত্য

মিছনেৰী আৰু অসমীয়া বুদ্ধিজীৱীসকলৰ বিজয়ৰ লগে লগেই ভাষা সম্বন্ধীয় বিতৰ্কৰ ওৰ পৰে। এইক্ষেত্ৰৰ সফলতা সজীৱ কৰি ৰাখিবৰ নিমিত্তেই অসমীয়া ভাষা আৰু সাহিত্য পুনৰুজ্জীৱিত আৰু শক্তিশালী কৰিব লগা হ'ল। বিশেষকৈ স্কুলৰ উচ্চশ্ৰেণীৰ ছাত্ৰৰ কাৰণে পাঠ্য-প্ৰণয়নো কৰিবলগীয়া হয়। অসমীয়া বুদ্ধিজীৱীসকলৰ বাবেও ই হ'ল ডাঙৰ সমস্যা। অৱশ্যে তেওঁবিলাক সক্ষম হ'ল। আনকি ১৮৪৯ চনতো অসমীয়া ল'ৰাৰ মিত্ৰৰ দৰে পুথিলানিৰেই অসমীয়া লৰাহঁতৰ প্ৰাথমিক শিক্ষাৰ ক্ষেত্ৰত সম্পূৰ্ণ পাঠ্যক্ৰম যুগুতাব লগা হ'ল। গোটেই কামটো কৰিলে এজন 'নেটিভে।' তেওঁ আন কোনো নাছিল, আনন্দৰাম ঢেকীয়াল ফুকনেই আছিল। ইয়াৰ ছুছোৱাহে প্ৰকাশিত হৈছিল। ইয়াৰ অসমীয়া আদি পাঠত আছিল নৈতিকতা, বুৰঞ্জী, ভূগোল, সাধাৰণ বিজ্ঞান, প্ৰাকৃতিক দৰ্শন আৰু অনান্য ভৌগোলিক বিষয়বোৰো মুৰোৰ বিশ্বকোষ আৰু আন আন পুথিৰ আধাৰত প্ৰস্তুত কৰা হৈছিল। প্ৰকাশৰীতি আছিল বৰ্ণনামূলক। কলিকতাৰ সমাচাৰ চন্দ্ৰিকা ছপাশালৰ পৰা দুয়ো খণ্ড প্ৰকাশ কৰা হৈছিল। শিক্ষা-প্ৰতিবেদনৰ পৰা বুজা যায় যে ১৮৮০-৮১ চনত অসমীয়া লোকে লিখা চৈধ্যখন পাঠ্যপুথি ব্ৰহ্মপুত্ৰ উপত্যকাৰ স্কুলবিলাকত চলোৱা হৈছিল।[১]

লাগতিয়াল বিষয়ৰ পুথি যদিও মিছনেৰীসকলে প্ৰকাশ কৰিয়ে আছিল, তথাপি ইয়াৰ সংখ্যাও কমি আহিল। ইয়াৰ কাৰণ হ'ল—ধৰ্মনিৰপেক্ষ শিক্ষা আৰু ধৰ্মতত্ত্ববিহীন পাঠ্যপুথি প্ৰস্তুতৰ ওপৰত গুৰুত্ব দি নিৰ্ধাৰিত কৰা বৈপ্লৱিক শিক্ষানীতি। সেইবুলি এইকথা সুঁৱৰিবই লাগিব যে মিছনেৰীসকলে প্ৰয়োজনীয় সময়তেই বৰঙনি আগবঢ়াইছিল। ত্ৰিছ দশকৰ সময়তো তেওঁবিলাকেই অসমীয়া জোঁটনি-পুথি প্ৰণয়ন কৰে

(পৃষ্ঠা ৪৮)। বৰ্ণফলা, আখৰ-জোঁটনি পাঠ্য (পৃষ্ঠা ১৬), ওৱৰচেষ্টাৰ প্ৰিমিয়াৰৰ ভাঙনি (পৃষ্ঠা ৫৬), বানপানীৰ বুৰঞ্জী (পৃষ্ঠা ১৪), সৃষ্টিৰ বুৰঞ্জী (পৃষ্ঠা ১২), অসমীয়া স্তোত্ৰ (পৃষ্ঠা ১), ছাৰমন অন দি মাউণ্ট (পৃষ্ঠা ১৬), খ্ৰীষ্টৰ কাহিনী (পৃষ্ঠা ৩২)— এইবিলাকেই তেওঁলোকে ছপোৱা অসমীয়া পুথি।

পাহাৰীয়া লোকসকলৰ লগত যোগাযোগৰ মাধ্যম অসমীয়া হোৱাত আমেৰিকান বেপ্টিষ্টসকলে অসমীয়া পুথিৰ আহিৰেই আন কিছুমান পুথি প্ৰস্তুত কৰি ছপাইছিল। এইবিলাকৰ ভিতৰত উল্লেখ কৰিবলগীয়া হ'ল : (১) অসমীয়া, খাম্‌টি, ইংৰাজীত আখৰ-জোঁটনি, (২) ইংৰাজী, অসমীয়া, চিংফৌ আৰু নগা, (৩) ওৱৰচেষ্টাৰ প্ৰিমিয়াৰৰ নগা ভাঙনি, (৪) ইংৰাজী আৰু নগাভাষাত জতুৱা ঠাঁচ, (৫) ইংৰাজী আৰু চিংফৌ।[২]

## পাঠ্যপুথি—শিশু-সাহিত্য

১৮৪৪ চনত মিছেছ কট্টাৰে নানা তৰহৰ বিষয় সম্বলিত এখন পুথি প্ৰকাশ কৰে। ইয়াত ভূগোল, বিজ্ঞানৰ কথাও দিয়া হয়, যাতে স্থানীয়-লোকে শাস্ত্ৰক ভিত্তি কৰি লোৱা ভুল ধাৰণাবিলাক দূৰ হয়। ১৮৪০ চনত মিছেছ ব্ৰাওনে তেওঁৰ ছাত্ৰবিলাকৰ নিমিত্তে ভূগোলৰ বিৱৰণ, গণনৰ অংক ৰচনা কৰে। তেওঁ বঙলা আৰু ইংৰাজীৰপৰা কিছুমান বৰ্ণনামূলক বাৰখনমান কাহিনী প্ৰণয়ন কৰে। এইবিলাকৰ ভিতৰত উল্লেখযোগ্য হ'ল—আফ্ৰিকাৰ কোঁৱৰ, ৰামগতিৰ কাহিনী, বেবিৰ কাহিনী, ধাৰ্মিক চহা, মাউৰা ছোৱালী, ঈগলৰ বাঁহ, যুদ্ধনায়ক, সৰুকালৰ ধৰ্ম আৰু বিজ্ঞানৰ কাহিনী। এই শিশু কাহিনীবোৰৰ ইমান চাহিদা হৈছিল যে এইবিলাক প্ৰকাশ হোৱাৰ ঠিক পিছতেই লেখিকাৰ বাস-ভৱনত ওচৰৰ ল'ৰা-ছোৱালীবিলাকে ভীৰ কৰি ধৰি 'মেমচাহাব' এনেবোৰ ধুনীয়া পুথিৰ এখন হ'লেও বিচাৰিছিল।[৩]

## ধৰ্ম সাহিত্য

ধৰ্মীয় আৰু আধাধৰ্মীয় পুথিবিলাক শিৱসাগৰৰ মিছন প্ৰেছত ছপোৱা



হৈছিল। সেইবিলাক বিভিন্নপ্ৰকাৰৰ আছিল। তাৰ ভিতৰত যাত্ৰিকৰ যাত্ৰা, মুক্তিৰ বাট, পণ্ডিত আৰু ধৰ্মপ্ৰচাৰক, জোছেফৰ কাহিনী, বাইবেলৰ সাধু, মুছলমানসকললৈ চিঠি, হেনৰি আৰু তেওঁৰ লগুৱা আৰু বৰ্ণবিচাৰ উল্লেখযোগ্য। অকল নীতিশিক্ষা প্ৰচাৰ কৰিবৰ নিমিত্তেই এই এই বিবিধ ধৰণৰ পুথিবোৰ বিলোৱা নহৈছিল, অসমীয়া সমাজৰ মাজত শিপাই থকা দোষ-ত্ৰুটীবোৰ দূৰ কৰিবলৈও প্ৰয়াস কৰা হৈছিল। দৃষ্টান্ত-ৰূপে, পৱিত্ৰ অৱতাৰ (Holy Incarnation)ত হিন্দুৰ অৱতাৰৰ লগত খ্ৰীষ্টৰ তুলনা কৰা হৈছিল। উদ্দেশ্য আছিল— হিন্দুৱে মুক্তিৰ সন্ধান পাব পৰাকৈ আলোক-ৰাশি উদঙাই দিয়া। অসংযমৰ পুৰস্কাৰ (Reward of Intemperance)ত কানি আৰু সুৰাপানৰ অপকাৰিতা দেখুৱাই দিয়া হৈছিল।[৪]

অসমীয়া দোভাষীৰ সহায়ত কেৰীয়ে অনুবাদ কৰি উলিওৱা বাইবেলখনক দোষযুক্ত বুলি গণ্য কৰা হৈছিল; কিয়নো বঙলা আৰু সংস্কৃতীয়া শব্দৰে এইখন ভৰপূৰ হৈ থকাত 'জনসাধাৰণৰ বাবে ই সম্পূৰ্ণ অবোধ্য' হৈ পৰিছিল। ছাৰমন অন দি মাউণ্টতে ব্ৰাওনে ২৩০টা সালসলনি কৰিব লগা হৈছিল।[৫] অসমীয়ালৈ বাইবেল গ্ৰন্থ ভঙা কাৰ্যও ব্ৰাওনৰ ওপৰতে পৰিল। সময়টো তেতিয়া স্বাভাবিক নাছিল। অশান্তি, পৰিয়ালৰ অথন্তৰ, এঠাইৰপৰা আন ঠাইলৈ যাব লগা হোৱা পৰিস্থিতিয়ে তেওঁক শান্তিৰে কামত মূৰ পুতি লগাৰ সুবিধা নিদিছিল। চাৰে তিনিবছৰ ধৰি লাগি থকাৰ পিছত তেওঁ জয়পুৰতহে মেথিউৰ ভাঙনি সম্পূৰ্ণ কৰিব পাৰিছিল। নিউ টেষ্টামেণ্টৰ বাকী অংশৰ ভাঙনি ১৮৪৬-৪৭ চনতহে শেষ হৈছিল।[৬]

তেওঁ এই কামত কেনেকৈ লাগিছিল? যিকোনো দৰ্শকে তেওঁক এখন

ওখ আৰু বহল শ্বেলফত ঠিয় দি থকা পাইছিল, হাতত আছিল পাখি আৰু সন্মুখত কলম অসমীয়া লিপিৰ সঘনে শুধৰাই থকা পাণ্ডুলিপি (Manuscript); শ্বেলফৰ কোনোৱা মূৰত অভিধান আৰু গ্ৰীকৰ মূল পাঠখিনি আৰু হাতেৰে ঢুকি পোৱাতে, বিভিন্ন

ভাষাৰ বাইবেল গ্ৰন্থ। এইয়ে আছিল ব্ৰাওনৰ পঢ়া মেজ। ইয়াতেই তেওঁ বাৰিষা বতৰত কাম কৰে। মজিয়াত বহি থাকে পণ্ডিত; প্ৰতিমুহূৰ্ততেই কাম আৰু প্ৰশ্নৰ উত্তৰ দিবলৈ সাজু।[৭]

১৮৫৪ চনৰ ডিচেম্বৰ মাহত তেওঁ 'হাৰমনি' নাইবা 'খ্ৰীষ্টৰ জীৱন আৰু নীতি' শেষ কৰে। ঘূৰি যোৱাৰ পূৰ্বে তেওঁ বেনিয়নৰ পিলগ্ৰিমছ প্ৰগ্ৰেছৰ যথেষ্ট অংশৰ অসমীয়ালৈ ভাঙনি কৰে আৰু নিধি লেভীৰ সহায়ত ডেনফ'টে এইকাম শেষ কৰে।

## ব্যাকৰণ-অভিধান

ভালেমান ধৰ্মীয় উপদেশমূলক আৰু তুতিগানৰ পুথি অসমীয়ালৈ ভাঙনি কৰাৰ উপৰিও তেওঁ প্ৰথম অসমীয়া বাতৰিকাকত আলোচনী 'অৰুনোদয়' সংবাদ-পত্ৰৰো সম্পাদনা কৰিছিল। ১৮৪৮ চনত প্ৰকাশ পোৱা 'গ্ৰেমেটিকেল নটিচেছ অৱ দি আসামিজ লেংগুৱেজে'ই নাথান ব্ৰাওনৰ মূৰত মুকুট শোভন হোৱা কীৰ্তি। অসমীয়া লোকৰ সৈতে হোৱা কথাবাৰ্তা আৰু তেওঁবিলাকৰ পুথি-পত্ৰ পঢ়ি তেওঁ এইপুথিৰ সমল যুগুতাইছিল। কিন্তু এইবিলাক মুঠতে তেওঁ ভাবিব নোৱৰাকৈ ৮০ পৃষ্ঠা জুৰি গৈছিল। ১৮৩৯ চনত শ্ৰীৰামপুৰ ছপাশালত ইতিপূৰ্বে উইলিয়াম ৰবিনছনৰ 'এ গ্ৰামাৰ অৱ আসামিজ লেংগুৱেজ' প্ৰকাশিত হৈছিল। ৰবিনছনে পুথিখন যুগুতাইছিল অসমীয়া লোকৰ সৈতে যোগাযোগ কৰাত সুচল কৰিব পৰাকৈ বেপাৰী গোষ্ঠীক সহায় কৰাৰ উদ্দেশ্যে। কিন্তু ব্ৰাওনৰ উদ্দেশ্য আছিল মিছনেৰী আৰু বিদেশীসকলৰ ঘাইকৈ ব্যক্তিগত ব্যৱহাৰ'ৰ নিমিত্তে। ভূমিকাত তেওঁ এনেদৰে লিখিছিল:[৮]

> সংলগ্ন টোকাই অসমীয়া ভাষাৰ ব্যাকৰণ বুলি গণ্য কৰাৰ দাবী কৰিব নোৱাৰে। বৰ্তমানৰ ধৰণেৰে ছপাই উলিয়াবলৈও এইবিলাক প্ৰস্তুত কৰা নহৈছিল, কেইটামান টুকুৰা ছপাবলৈহে এইবোৰ হাতত লোৱা হৈছিল—অতি প্ৰচলিত ব্যাকৰণ সম্বন্ধীয় গঢ়বোৰৰ ব্যক্তিগত ব্যৱহাৰৰ অৰ্থেহে।

শুদ্ধ বানান তেওঁৰ নিমিত্তে সমস্যাৰূপে থিয় দিছিল। সংস্কৃতৰদৰেই



আমাৰ অসমীয়া ভাষাত ৫০টা বৰ্ণ আছে। কিন্তু উচ্চাৰণ হয় ৩৬-টাৰহে। উচ্চাৰণৰ লগত ৰজিতাথুৱাই তেওঁ ৩৬টালৈ সীমাবদ্ধ কৰে। এই ক্ষেত্ৰত তেওঁ অসমীয়া সূত্ৰেৰে বঙলা অভিধানৰ প্ৰণেতা যাদুৰাম বৰুৱাক অনুসৰণ কৰে। পাণ্ডুলিপিখন অসমৰ কমিছনাৰ মেজৰ জেনকিন্সক দেখুওৱা বুলিও কোৱা হয়।[৯] ব্ৰাওনে বৰ আশা কৰিছিল যে অসমীয়া বুদ্ধিজীৱীয়ে একালত এইটোকে অনুসৰণ কৰিবগৈ।

ব্ৰন্সনে অকল বঙলা ভাষা জাপি দিয়াৰ বিৰুদ্ধে ৰণ কৰি এৰা নাছিল, অসমীয়া সাহিত্যৰ উন্নতিকল্পেও কাম কৰিছিল। তেওঁ ইংৰাজী শিক্ষিত অসমীয়াসকললৈ বঙালী বুদ্ধিজীৱীসকলে ইউৰোপীয়ান পদ্ধতি অৱলম্বন কৰি তেওঁবিলাকৰ সাহিত্যৰ সমৃদ্ধি কৰাৰদৰে আদৰ্শ ল'বলৈও সনিৰ্বন্ধ অনুৰোধ জনাইছিল।

> এইদেসৰ উন্নতিৰ নিমিত্তে মাত্ৰি ভাসা উত্তম কৰিব লাগে। পূৰ্বে বঙ্গালি আদিভাসা অতি খিন আছিল, কিন্তু এতিয়া উত্তম কৰা হৈছে; এইৰূপে আমাৰ এইদেসি গ্যানি লোকসকলেও নিজ মাত্ৰি ভাসাক উত্তম কৰিব পাৰে; বিসেসকৈ জি সকলে ইংৰাজী ভাসাৰে নন গ্যান বিদ্যা শিকিছে, তেওঁবিলাকে একে আলচেৰে সেই গ্যানে বিদ্যাৰে অচমিয়া ভাসাৰে নানাবিধ স্কুলৰ পুথি চাপিলে দেসত গ্যান বিদ্যা (বাঢ়িব) আৰু ক্ৰমে ভাসাও উত্তম আৰু সকলোৰে মান্যৱন্ত হৈ যাব।[১০]

এইদৃষ্টি আগত লৈ তেওঁ নিজে ইংৰাজী-অসমীয়া অভিধান প্ৰকাশ কৰাৰ ভাৰ লয় আৰু ১৮৬৭ চনৰ আগষ্টত তেওঁৰ কীৰ্তিস্তম্ভ স্বৰূপ এই পুথি প্ৰকাশ পায় (পৃষ্ঠা ৬০৭)। এই গ্ৰন্থ উলিয়াবৰ কাৰণে তেওঁ কেইবাবছৰ ধৰি পৰিশ্ৰম কৰি সমল সংগ্ৰহ কৰে আৰু এই উদ্দেশ্যে চৰকাৰে আৰু দয়াৰ্দ্ৰ লোকে অৰ্থ আগবঢ়ায়। কামটো শীঘ্ৰে সম্পন্ন কৰিবৰ নিমিত্তে তেওঁ নগাঁৱৰপৰা শিৱসাগৰলৈ সস্ত্ৰীক যায় ১৮৬৫ চনৰ এপ্ৰিল মাহত।[১১] ব্ৰন্সনৰ কামটো বৰ জটিল আছিল। হাতত পৰা অলেখ শব্দ-সম্ভাৰে তেওঁক বিবুধিত পেলাইছিল।

স্বামীক গোটেই কামতে সহায় কৰা তেওঁৰ পত্নী মিছেচ্ ব্ৰন্সনে কয়, "ভাষাৰ মূল সংস্কৃত আৰু পুৰণি আহোম দোৱানৰ মাজত পৰি আছে, বিবুধিজনক শব্দৰাজিৰ মাজৰপৰা প্ৰায় জাবৰ-জোথৰৰ মাজৰপৰাই যথেষ্ট শ্ৰম সহকাৰে সেইবোৰ খান্দি-কুৰুকি ল'ব লাগিব, এইবোৰৰ আকৌ নানা ধৰণে উচ্চাৰণ কৰা হয়, লিখা হয় বেলেগ ধৰণে।"[১২] কেইগৰাকীমান পণ্ডিতৰ সহযোগত ব্ৰন্সনে পুৱা ৬ বজাৰ পৰা ৯ বজালৈ পাণ্ডুলিপি পুনৰ সংশোধন কৰিছিল, আবেলি আকৌ ১১ বজাৰপৰা ৫ বজালৈ তাকেই কৰিছিল। তেওঁৰ কন্যালৈ (Herriette Bronson Gunn) মিছেচ্ ব্ৰন্সনে লিখিছিল :[১৩]

> আজি যদি তুমি তোমাৰ পুৰণি ঘৰলৈ আহাঁ দেখিবা তোমাৰ কোঠাটোত তোমাৰ দেউতাৰা বহি আছে, ইয়াতে তেওঁ গোটেই দিনটো অভিধানৰ কামকে কৰে......মেজৰ একাষত দেউতাৰা বহি থকা দেখিবা আৰু আন কাষত দেখিবা—বিষণ্ণ (dusky) পণ্ডিতসকলে দেউতাৰাৰ কামত সহায় কৰি আছে। তুমি দেখিবা—দেউতাৰাৰ চকীৰ কাষতে মই বহো আৰু দেউতাৰাক লাগ বুলিলেই যথাশক্তি সহায় কৰিবলৈ সাজু হৈ থাকোঁ। প্ৰসংগ, একেপৰ্য্যায়ৰ শব্দ, সূত্ৰাদি লক্ষ্য কৰোঁ......এতিয়া ছপাশালৈ দিব পৰা হোৱা পাণ্ডুলিপি সংশোধন কৰাত মই তেওঁক পাৰ্যমানে সহায় কৰিছোঁ।

১৪,০০০ শব্দ সম্বলিত এই অভিধানখন অসমীয়া লোকৰ দৈনিক ব্যৱহাৰৰ পুথি হৈছিল আৰু ইয়াৰ ভালেমান শব্দ যেনে—কহকহিয়া (lively), টাটৰি (filthiness,) টিলৌ টিপৌ (very small), বৈ বৈ (plentiful), লাংখালিংখি (odds and ends), হায়ৌবিয়ৌ (exitement) বঙালীবিলাকে বুজি নাপাইছিল। ব্ৰন্সনে মানুহৰ মুখৰ ভাষাটোকেই ব্যৱহাৰ কৰিবলৈ যত্ন কৰিছিল। তেওঁ পুথি-ব্যৱহৃত প্ৰচলিত, স্কুলীয়া পুথি আৰু ধৰ্মীয় পুথিত পোৱা সংস্কৃত শব্দ সুমাই লৈছিল।[১৪] ব্ৰাওনৰ লেখিয়াকৈ তেৱোঁ যাদুৰাম বৰুৱাৰ আখৰ-জোঁটনিৰ নিয়ম



মানি লৈছিল। এইটো আকৌ অসমীয়া বুদ্ধিজীৱীয়ে গ্ৰহণ কৰা নাছিল। হেমচন্দ্ৰ বৰুৱাই তেওঁৰ 'হেমকোষ'ৰ পাতনিত 'নটিচ'ৰ বিৰুদ্ধে গৈ লিখিছিল যে 'ইয়াৰ আখৰ জোঁটনি সম্পূৰ্ণ অশুদ্ধ, অৰ্থৰ বেলিকাও ই বাঞ্ছা কৰামতে হোৱা নাই। গতিকেই এইখন অসমীয়া শিকাৰৰ বাবে কোনো কামত নাহে আৰু নাহিবও।'[১৫]

আচৰিত হ'ব লগা নহয়, ১৮৯৩ চনত পি-এইচ মূৰে (P. H. Moore) 'নটিচ'ৰ নকৈ 'নোট' নাম দি সংশোধিত তৃতীয় সংস্কৰণ উলিয়াওঁতে এনেদৰে মন্তব্য দি পূৰ্বৰ আখৰ-জোঁটনি বৰ্জন কৰিছিল :

> বৰ্তমানে প্ৰচলিত হৈ থকা বানানৰ লগত সংগতি ৰখাৰ নিমিত্তেই আখৰ-জোঁটনি কিছু সলনি কৰিব লগা হৈছে। ড° ব্ৰাওনে চলোৱা আখৰ-জোঁটনি নেটিভ লেখকৰ মাজত নচলিল। প্ৰাচীন হোৱাৰপৰা ইয়াৰ গুণে এইবিলাকক ৰক্ষা কৰিব নোৱাৰিলে। সেই নিমিত্তে পুনৰ মুদ্ৰণ কৰোঁতে ড° ব্ৰাওনে এনে পদ্ধতিৰ সপক্ষে ক'লেও সেইবিলাক পৰিহাৰ কৰাটো উত্তম বুলি পৰিগণিত হ'ল।[১৬]

অভিধানখনৰ দ্বিতীয় খণ্ড প্ৰকাশৰ বাবে ব্ৰন্সনে আশা কৰিছিল; কিন্তু সি ফলৱতী নহ'ল। নাম ল'বলৈ অৱশ্যে তেওঁৰ আন গ্ৰন্থও আছে : বানান আৰু শব্দ-সম্ভাৰ (১৮৩৯), সুবৰ্ণৰ তুণ (১৮৬৯)। বিপৰ্যয় সত্ত্বেও ছুকুৰি বছৰৰো ওপৰকাল তেওঁ শিকাই, প্ৰচাৰ কৰি, অসমীয়া, খামটি, চিংফৌ আৰু নগা ভাষাত পুথি প্ৰণয়ন কৰি উৎসৰ্গকৃত সেৱা আগবঢ়াই যায়। নদীঘাটত বিদায় পৰত তেওঁ কৈছিল : "মোৰ যাবলৈ মত যোৱা নাই। মোৰ হিয়া ইয়াতে থাকি যাব। সকলো বস্তুতকৈ ইয়াতে থাকিবলৈ আৰু যীশুৰ হকে ইয়াত কাম কৰি যাবলৈ মোৰ আকাংক্ষা।"[১৭]

### শব্দকোষ : খণ্ডবাক্যকোষ

ইংৰাজী আৰু অসমীয়া শব্দকোষ আৰু খণ্ডবাক্যকোষখন অসম্পূৰ্ণ হ'লেও মিছেচ্ এইচ-বি-এল কট্টাৰে প্ৰস্তুত কৰে আৰু ১৮৪১ চনত

মিছনেৰী ছপাশালত ছপোৱা হয়। ১৮৬৪ চনত মিছেছ্-এছ-আৰ ওৱাৰ্ডে ইংৰাজী আৰু অসমীয়াৰ চমু শব্দকোষ নাম দি ইয়াৰ সংশোধিত সংস্কৰণ উলিয়াই। ইয়াৰ দ্বিতীয়ছোৱা ১৮৭৭ চনত ইংৰাজী আৰু অসমীয়াৰ খণ্ডবাক্যকোষ নামেৰে এফ-ডব্লিউ ক্লাৰ্কে প্ৰকাশ কৰে। বিবিধ গ্ৰন্থৰাজিৰ ক্ষেত্ৰত নিধি লেভীয়ে ভাৰতীয় দণ্ডবিধি অসমীয়ালৈ ভাঙে। তেওঁ অৰুনোদয়ৰো নিয়মীয়া লেখক। প্ৰচলিত ভাষাত লিখা প্ৰাকৃতিক বিজ্ঞানৰ উপৰিও নিধিয়ে তেওঁৰ ধৰ্মীয় সাহিত্যিক কবিতাত অসমীয়া কবিতাৰো নতুন দিশৰ উন্মোচন কৰে— বিনয় বচন, নিস্তাৰৰ উপায়, প্ৰভু যীশুখ্ৰীষ্টৰ অৱতাৰ বিৱৰণ। ১৮৮৬ চনত আমেৰিকান বেপ্টিষ্টসকলে দুখ প্ৰকাশ কৰিছিল যে আধাশতিকা অন্ত হ'ল তথাপি অ'ল্ড টেষ্টামেণ্টৰ ভাঙনি শেষ নহ'ল। ব্ৰন্সনে আৰম্ভ কৰা এই কাম ১৯০৩ চনত শিৱসাগৰ মিছনলৈ এই কামৰ নিমিত্তেই অহা এ-কে গাৰ্ণীয়ে (A. K. Gurney) শেষ কৰে। ইয়াৰ উপৰি, তেওঁ ৰুথ আৰু জোছেফৰ কাহিনী (১৮৪১), কানি বেহেৰুৱাৰ কথা (১৮৭৬) এলোকেশী বেশ্যাৰ কথা, কামিনীকান্তৰ চৰিত্ৰ (১৮৭৭)অনুবাদ কৰি উলিয়াইছিল। শেষৰ পুথিখন আৰু লগতে মিছেছ গাৰ্ণীয়ে বঙলাৰপৰা ভাঙি উলিওৱা ফুলমণি আৰু করুণাকেই অসমীয়া উপন্যাসৰ আৰম্ভণি বুলিব পাৰি।[১৮]

## সংবাদ-পত্ৰ : অৰুনোদয়

১৮৪৬ চনৰ জানুৱাৰীত শিৱসাগৰ মিছন প্ৰেছৰপৰা প্ৰথম বাতৰিকাকত সাময়িকী অৰুনোদই সংবাদ-পত্ৰ (প্ৰথমে 'অৰুনোদয়' আছিল, ইংৰাজীটো প্ৰথমে Arundoi—পিছত Orunudoi) উলিয়াই আমেৰিকান মিছনেৰীসকলে অসমীয়া সাংবাদিকতাৰ পথ-প্ৰদৰ্শন কৰি যাউতিযুগীয়া খ্যাতি থৈ গ'ল। নাথান ব্ৰাওনৰ সম্পাদনাত (সাধাৰণতে ভুলকৈ ধৰি লোৱাৰদৰে অলিভাৰ কট্টাৰ নহয়)।[১৯] এই কাকতৰ আৰম্ভণিৰে পৰা ৫০০শৰো অধিক গ্ৰাহক আছিল। ব্ৰাওনে কৈছিল—ইয়াৰ ধৰ্মীয় চৰিত্ৰৰ কাৰণেই (পোনতে) যথেষ্ট শংকা প্ৰকাশ কৰা হৈছিল ;কিন্তু



(পিছলৈ) বহুসংখ্যক গ্ৰাহক হৈছিল।[২০] অৰ্থসংকট দূৰ কৰাৰ উপায় হিচাপে, ১৮৫৮ চনত বোৰ্ডে যেতিয়া ছপাশাল বন্ধ কৰিবলৈ হুইটিঙক নিৰ্দেশ দিছিল, সকলো পিনৰ পৰাই জোৰ প্ৰতিবাদ উঠিছিল আৰু জনসাধাৰণৰ দয়াতে পৰিস্থিতিৰপৰা ৰক্ষা হ'ল।[২১] বিপৰ্যয়ৰ মাজতো অৰুনোদয় ১৮৮০ চনলৈকে চলি আছিল আৰু ইয়াৰ সম্পাদনাত আছিল ব্ৰাওন, ডেনফ'ৰ্থ, হুইটিং, ব্ৰন্সন, মিছেছ ওৱাৰ্ড, ক্লাৰ্ক আৰু গাৰ্ণী। 'ফ্ৰেণ্ডছ অৱ ইণ্ডিয়া'ই (মাৰ্চ ১৮৫৬) এইদৰে সমালোচনা লিখিছিল :

> ইয়াৰ লক্ষ্য হ'ল—আলস্যপৰায়ণ অসমৰ জনসাধাৰণৰ মাজত অনুসন্ধানৰ মনোভাৱ জগাই তোলা আৰু বৰ্ধন কৰা আৰু প্ৰভাৱ গ্ৰহণ কৰিব নোৱৰা চৰিত্ৰৰ সেই দোষ আঁতৰ কৰা—যিটো বাৰুকৈয়ে সিবিলাকৰ জাতীয় উন্নয়নৰ পৰিপন্থী। জনকল্যাণকামী উদ্যোক্তাসকলৰ আশা ফলৱতী কৰিব পৰাকৈ ই সম্পূৰ্ণকৈ কামত আহিব বুলি আমি আশা কৰোঁ। ইমান ধুনীয়াকৈ ছপা হোৱা আৰু জনসাধাৰণৰ কৌতুহল উদ্ৰেক কৰিব পৰাকৈ কাঠত কটা ব্লকেৰে সুশোভিত কৰা হৈছে আৰু সুদূৰ পূৱত অৱস্থিত বৃটিছ সাম্ৰাজ্যৰ অশিক্ষিত অংশৰ ছপাশালৰপৰা ওলোৱা বাতৰি কাকতখনৰ এই সংখ্যা দেখি সন্তোষ পাবলৈও আছে।

অৰুনোদইত চোৱা ছোৱাকৈ প্ৰকাশিত যাত্ৰিকৰ যাত্ৰা, শাস্ত্ৰীয় বৰ্ণনা, শ্বহীদৰ বৰ্ণনা, ধৰ্মোপদেশকৰ চমু বুৰঞ্জী, ছৱাৰৰ নীতিকথা, ত্ৰাণকৰ্তাৰ বিৱৰণৰ যোগেদি মুখ্যতঃ যদিও খ্ৰীষ্ট নীতিকেই প্ৰচাৰ কৰিব খোজা হৈছিল এই কাকতে সাধাৰণ নিয়মে যিবিলাক খ্ৰীষ্টীয় পুথিৰ প্ৰবেশ নঘটিলহেঁতেন তেনেবিলাক ঘৰে প্ৰতি ইয়াৰ প্ৰবেশ ঘটিছিল।[২২] আনকি গোড়া অসমীয়াও কাকতখনৰ প্ৰতি আকৰ্ষিত হৈছিল, কিয়নো ইয়াত সাধাৰণ আকৰ্ষণীয় বিষয়ৰ উপৰিও নতুন ভাৱধাৰা সন্নিবিষ্ট হৈছিল। সাময়িকীখন আৰম্ভ হৈছিল সাধাৰণতে বিভিন্ন দেশৰ বাতৰি, তুৰ্কি-ৰুছ বিৰোধ, চীনাযুদ্ধ, স্পেইনৰ বিদ্ৰোহ, কলিকতাৰপৰা গুৱাহাটীলৈ টেলিগ্ৰাফ লাইনৰ বিৱৰণেৰে ভূগোল, জ্যোতিৰ্বিদ্যা, প্ৰাকৃতিক বুৰঞ্জীবিষয়ক

চিত্রিত প্রবন্ধই লাগতিয়াল শিক্ষা দিছিল। আনহাতে সংযম, সত্যনিষ্ঠা, আত্মনির্ভৰশীলতা—এনেধৰণৰ বিষয়বস্তুৱে পঢ়ুৱৈৰ মনোযোগ আকর্ষণ কৰিছিল। মুঠতে পশ্চিমীয়া ভাৱ আৰু বিদ্যাৰ প্ৰচাৰ কৰি 'অৰুনোদই'য়ে যুৱচাম্বক প্ৰেৰণা দিছিল আৰু বৌদ্ধিক আৰু ৰাজনৈতিক জাগৰণেৰে বাট মুকলি কৰিছিল।

## বুৰঞ্জীপুথি : সংৰক্ষণ আৰু প্ৰকাশন

আহোম আৰু অসমীয়া ভাষাৰ প্ৰাচীন পুথি আৰু বুৰঞ্জীবোৰ সংগ্ৰহ, সংৰক্ষণ আৰু প্ৰকাশনৰ ক্ষেত্ৰত আমেৰিকান বেপ্টিষ্টসকল বাটকটীয়া আছিল। ১৮৪১ চনত কাশীনাথ তামুলী ফুকনৰ 'আসাম বুৰঞ্জী' পুথিখন শিৱসাগৰৰ পি–এ কেপ্টেইন ব্ৰোডিৰ অৰ্থ-সাহায্যত শিৱসাগৰৰ বেপ্টিষ্ট মিছন প্ৰেছত ছপা হৈ ওলায়।[২৩] কামৰূপৰ বুৰঞ্জীৰ সাতোটা অধ্যায়ও (৩-৪ৰ্থ, ৬ষ্ঠ-৯ম) প্ৰাচীন পাণ্ডুলিপিৰ পৰা পুৰাতত্ব বিভাগে (১৯৩০ আৰু ১৯৫৮) প্ৰকাশ কৰা, শিৱসাগৰত থকা কালত ব্ৰাওনেহে সংগ্ৰহ কৰিছিল। এইবিলাক ১৮৫৩ চনত মিছনৰ মুখপত্ৰ অৰুনোদইত প্ৰকাশিত হৈছিল। একেখন কাকতেতে ১৮৫০ চনৰ আগষ্ট মাহৰপৰা ১৮৫২ চনৰ আগষ্ট পৰ্যন্ত ২২টা খণ্ডত পুৰণি অসম বুৰঞ্জীৰ খুনলং আৰু খুনলাইৰ পৰা ১৭৪৮ চনলৈকে নৰিয়া ৰজাৰ মৃত্যু পৰ্যন্ত প্ৰকাশ পায়। আহোম পাণ্ডুলিপিৰপৰা ব্ৰাওনেই অনুবাদ কৰে। পুৰাতত্ত্ব বিভাগে প্ৰকাশ কৰা দেওধাই অসম বুৰঞ্জীৰ ১-১৩৬ ছোৱাও ইয়াৰে অংশ। তদুপৰি, পুৰণি পাণ্ডুলিপিত পোৱা তথ্যৰপৰা 'অৰুনোদই'য়ে আহোম ৰজা (খণ্ড ১, ১৮৪৬), পুৰন্দৰ সিংহ মহাৰাজৰ মৃত্যু (খণ্ড ১ অক্টোবৰ ১৮৪৬) আৰু চুতীয়া বুৰঞ্জী (ডিচেম্বৰ ১৮৫০) প্ৰকাশ কৰি আহোম ৰজাসকলৰ শৱ সংস্কাৰৰ প্ৰথা সম্বন্ধীয় তথ্য সদৰি কৰে।

১৮৪০ চনৰ ২৫ জানুৱাৰীত লিখা ব্ৰাওনৰ জাৰ্নেলত মাকুমৰ কাষৰ ডাঠ হাবিত কুৰিটা বৰটোপ উদ্ধাৰ হোৱাৰ কথা উল্লেখ থকা পোৱা হয়। এইবিলাকৰ প্ৰতিটো ইমান গধুৰ আছিল যে হাতী এটাই টানি আনিব নোৱাৰিছিল। ব্ৰাওনে ভবা মতে এইবোৰ দুশবছৰীয়া



আছিল। এইবোৰত সুন্দৰকৈ কাম কৰা আৰু পাৰ্চীভাষাত অংকিত।[২৪] এইবিষয়ে অনুমান কৰিব পাৰি যে ১৬৬২ চনত মিৰজুমলাৰ অধীনত আগবাঢ়ি যোৱা সৈন্য বাহিনীৰ একাংশই মাকুম পাই অসমৰপৰা পলায়ন কৰাৰ সময়ত এইবিলাক এৰি থৈ যায়।

খ্ৰীষ্টীয় সাহিত্যৰ সমালোচনাকাৰীৰ মতে এই পুথিসমূহ ভাঙনি গুণে কৃত্ৰিম, মৌলিকতাবিহীন আৰু শব্দ-প্ৰয়োগত হাস্যাস্পদকৰ।[২৫] অৰুনোদইৰ কিছুমান পাত লুটিয়ালেই দেখা যায় যে তেওঁবিলাকৰ আন্তৰিকতাপূৰ্ণ প্ৰচেষ্টা সত্বেও লেখকসকলে অসমীয়া ভাষাৰ কালিকা (genius) স্পৰ্শ কৰিব পৰা নাই ; ভালেমান ক্ষেত্ৰত বিদেশী আঁহীয়া গোন্ধো আছে। সি যি কি নহওক, বেপ্টিষ্টসকলে শব্দ পুনৰ প্ৰৱৰ্তন কৰি আৰু কিছুমান সৰল-থলুৱা শব্দ সৃষ্টি কৰি অসমীয়া সাহিত্যৰ ভঁড়াল টনকিয়াল কৰে। পশ্চিমৰ দুৱাৰ খুলি তেওঁবিলাকে অসমীয়া সাহিত্যৰ নৱন্যাসযুগৰ সৃষ্টি কৰে। আধ্যাত্মিক আৰু অন্ধবিশ্বাসমূলক কথাবস্তুত গুৰুত্ব দিয়া মধ্যযুগীয় দৃষ্টিভংগীৰ ঠাইত ধৰ্মনিৰপেক্ষ ভাব আৰু লক্ষ্য গঢ় লৈ উঠিল আৰু যুক্তিনিষ্ঠ চিন্তা আৰু ইয়াৰ লগতে পশ্চিমীয়া সাহিত্য-ৰীতি—গীত, নাটক, ছনেট, উপন্যাস, চুটিগল্প, জীৱনীৰ পয়োভৰ হ'ল। আমেৰিকান মিছনেৰীসকলে, ডিম্বেশ্বৰ নেওগে ক'বৰদৰে, প্ৰাচীন ৰীতি আৰু ভাবৰ বান্ধোনৰপৰা অসমীয়া মনক উদ্ধাৰ কৰিয়ে এৰা নাই, তেওঁলোকে জ্ঞানৰ পৰিসীমাও দূৰ কৰে আৰু বৰ্তমানৰ ব্যৱহাৰৰ উপযোগী কৰি তোলে।[২৬]

## পঞ্চম অধ্যায়

## খ্ৰীষ্টীয় বুৰঞ্জী-সাহিত্য

মিছনে পঠোৱা জাৰ্নাল আৰু চিঠি-পত্ৰবিলাকত যদিওবা ঘাইকৈ তেওঁ-লোকৰ কৰ্মপন্থা, ভৱিষ্যতৰ আঁচনি আৰু নীতিৰ কথাই সৰহ, তথাপি সেইবিলাক অসম বুৰঞ্জীৰো বহুমূলীয়া সমল। আদিতে মিছনৰ মুৰব্বী-সকল প্ৰায়েই সঠিক পৰ্যবেক্ষণ আৰু পাণ্ডিত্যপূৰ্ণ লেখা-মেলা কৰাৰ প্ৰশিক্ষণ পোৱা উচ্চ শিক্ষিত লোক আছিল। তেওঁলোকৰ সৰহভাগেই অসমত কেইবাদশক বসতিও কৰিছিল। সেই নিমিত্তে তেওঁলোকৰ বিৱৰণবোৰত জাহাংগীৰৰ শাসন কালৰ বিষয়ে লেখা ফাদাৰ মনছাৰেটৰ 'কমেন্টেৰীজ'ৰ দৰেই স্বতন্ত্ৰবীয়া দৃষ্টিভংগী থকাকৈ যুগুতোৱা সমসাময়িক বৰ্ণনামূলক লিখনিৰ সকলো বৈশিষ্ট্য পোৱা যায়। এইবিলাকত আন সমলতকৈ অধিকতৰ হুবহু ৰূপত তেওঁবিলাকৰ সংস্পৰ্শলৈ অহা লোক-সকলৰ* জীৱন-যাত্ৰা আৰু পৰিৱেশৰ চিত্ৰ সংকলিত হৈছে। সেই হিচাপে এইবিলাকে আমাৰ ওপৰঞ্চি আৰু একক দৃষ্টিৰো দাবী কৰিব পাৰে। মিছনেৰীসকলৰ বিৱৰণত ৰজা আৰু যুঁজাৰুৰ ইতিহাস, তেওঁবিলাকৰ যুঁজ-বাগৰ বিজয়ৰ কাহিনী নাইবা জয় আৰু পৰাজয়ৰ কথা সিমান পোৱা নাযায়; কিন্তু সেইবিলাকত জনসাধাৰণৰ বুৰঞ্জী, তেওঁবিলাকৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, ধৰ্ম, অন্ধবিশ্বাস আৰু দৈনন্দিন জীৱন, আশা-আকাংক্ষাৰ ৰেঙনি পোৱা যায়; ইয়াতেই এইবিলাকৰ তাৎপৰ্য নিহিত হৈ আছে।

১৮৫০ চনত ডেনফ'র্থে অসম নাইবা ব্ৰহ্মপুত্ৰ উপত্যকাৰ মুঠ জনসংখ্যা ভৈয়ামত বাস কৰা পাহাৰীয়া লোকসকলক ধৰি ১৫,০০,০০০ বুলি ঠাৱৰ কৰিছিল। বিভিন্ন ঠাইৰ জনসংখ্যা এনেধৰণৰ: দৰং দেশ (Desh Darang) ধৰি কামৰূপ ৫,০০,০০০ গোৱালপাৰা ২,৫০,০০০ নগাওঁ ২,৫০,০০০, দৰং ২,৫০,০০০, শিৱসাগৰ ১,৫০,০০০ আৰু লক্ষীমপুৰ



১,০০,০০০। সত্তৰ দশক পৰ্যন্ত মানুহ পিয়ল নোহোৱা নিমিত্তে এই বিলাক আনুমানিক সংখ্যাহে বুলিব লাগিব। আনহাতে প্ৰতিটো সদৰত থকা ঘৰৰ সংখ্যা আৰু বসতিৰ গড়ৰ ওপৰত ভিত্তি কৰিহে এনেদৰে সংখ্যা নিৰূপণ কৰা হৈছিল। ইয়াত অ'ত-ত'ত ভ্ৰমি ফুৰা লোক যেনে নাৱৰীয়া, সৰুসুৰা বেপাৰী, বন্দী-বেটী, মৰকীয়াবিলাক কিম্বা তেওঁবিলাকক কামত খটোৱা লোকবিলাকক ইয়াত নধৰাটোত আচৰিত হ'বৰো একো নাই। আকৌ খাজানা বঢ়োৱাৰ ভয়ত বহুতো ঘৰ পিয়লত নপৰাকৈ লুকুৱাই ৰখা হৈছিল। আনফালে জনজাতীয় লোক-বিলাকৰ ভিতৰত কাৰ্বি (মিকিৰ) আৰু মিছিংবিলাকৰ দৰে বহুতো পৰিয়ালে একে ঘৰতে বসতি কৰে বাবে ঘৰ পিয়লো অসাৰ্থক। ১৮৮০ চনত জনসংখ্যা চাৰি নিযুতলৈ বৃদ্ধি পায়। ইয়াৰ সৰহভাগ হিন্দু আৰু মুছলমান উভয় সম্প্ৰদায়ৰ অসমীয়া, বাকীখিনি আদিবাসী আৰু হিন্দুৰ আধা-আধি শৰণ লোৱা আদিবাসী লোক। আগৰখিনিৰ সৰহাংশই গোৱালপাৰা, কামৰূপ আৰু মধ্য অসমৰ কছাৰী লোক। ৰাজবংশী-সকলৰ আধাৰো অধিক আৰু ভৈয়ামৰ হাজংসকলৰ প্ৰায় সকলো আছিল গোৱালপাৰা জিলাৰ। লালুং আৰু কাৰ্বিসকলৰ ঘাইকৈ নগাঁও আৰু কামৰূপ জিলাত বসতি; বহিৰাগত সাঁওতালসকলৰ বসতি আছিল উজনি অসমৰ চাহখেতি হোৱা জিলা কেইখনত।[১]

ৰাজ্যখনৰ লোক সমষ্টিৰ সাম্প্ৰদায়িক গাঁথনি, ইয়াৰ জল-স্থলৰ সম্পদ আৰু ভৌগোলিক অৱস্থিতিৰ বিশদ বিৱৰণ দিয়াৰ উপৰিও মিছনৰ নথিত কেতিয়াবা অসমৰ বিভিন্ন অঞ্চলৰ জলবায়ু আৰু বৃষ্টিপাত আদি বতৰ সম্বন্ধীয় চাৰ্টো পোৱা যায়। অতি সেমেকা আৰু প্ৰচুৰ বৃষ্টিপাতেই অসমৰ জলবায়ুৰ বৈশিষ্ট্য। হাবি-বন আৰু পিতনি-শেলুৱৈৰে আৱৰি থকা অসমৰ মাটি নিম্নৈসৰ্গিক জলবায়ুত মেলেৰীয়া ৰোগৰ বীজাণুৰো উৎপত্তি স্থল; আনফালে তেজগ্ৰহণী, কলাজ্বৰ আৰু হাইজাও তেতিয়া মহামাৰী ধৰণৰ; কোনো সময়ত এনেৰোগত অগণিত লোকৰ প্ৰাণহানি হৈছিল। ১৮৫৩ চনৰ এপ্ৰিল মাহত আসাম কোম্পানীত কাম কৰা ৫০ জন

কেৰাণীৰ ভিতৰত ব্ৰাওনে দিয়া তথ্য মতে অকল ৫ জনহে অফিচত আছিল। ১৫ জন জংঘলী জ্বৰত ঢুকায়। বহুতেই নবীয়া আৰু আন আন কাৰণত অফিচ এৰে। ১৮৫১ চনত গুৱাহাটীৰ মুঠ জনসংখ্যাৰ এক দশমাংশ হাইজাত ঢুকায়। 'নদী মৰা শৱে ভৰি পৰিল। এইবিলাক মাজে মাজে বালিত লাগি ৰৈছিল, জাকপাতি পৰা ফাউৰী, শগুণ আৰু শিয়ালে এনেধৰণৰ অৱস্থা কৰিছিল যে নাৱৰীয়াই নাও চলাবই নোৱাৰিছিল।' ১৮৫৩ চনৰ অসমৰ বিভিন্ন অঞ্চলত, কামৰূপ আৰু শিৱসাগৰত আকৌ হাইজা হ'লত, মৃতকৰ সংখ্যা আৰু বাঢ়িছিল। ডেনফ'ৰ্থে কোৱা মতে তেতিয়া নগাঁও জিলাতে ৯,০০০ ঢুকাইছিল। ক'বলৈ গ'লে, এইখন মৃত্যুৰ মুলুক হৈছিল।[২] এনে ধৰণৰ জলবায়ু আৰু মহামাৰীৰ ভয়াবহতা চলি থকা সত্বেও ব্ৰাওনে এনেদৰে মন্তব্য দিছিল :

> ভাৰতৰ ভিতৰতে অসম প্ৰাকৃতিক সম্পদত অতি চহকী ঠাই হোৱা সম্ভৱ। ইয়াত চাহ, লো আৰু কয়লা প্ৰচুৰ পৰিমাণে পোৱা যায়, চোম আদি গছো বহুত। এইবিলাক খাই তিনি কি চাৰিজাতৰ পাট-পলু হয়। অতি লাগতিয়াল গছ-বন, খাকুৱা তেলৰ উহ আৰু আটাইতকৈ দৰকাৰী হ'ল লোণৰ পুং। নগাবিলাকে এই-বিলাক বাৰুকৈ ব্যৱহাৰ কৰিছে।[৩]

## জনসাধাৰণ : খেতি-বাতি আৰু বেহা-বেপাৰ

অশেষ সম্ভাৱনা থকা সত্বেও জনসাধাৰণ কৃষিৰ ওপৰতে সম্পূৰ্ণ নিৰ্ভৰ-শীল। তেওঁবিলাকে ঘাইকৈ ধান, কুঁহিয়াৰ আৰু আফিং খেতি কৰে। অতি আৱশ্যকীয় বস্তুহে তেওঁলোকে উৎপন্ন কৰে নিমিত্তেই বেচিবৰ বাবে কিম্বা নাটনিৰ দিনলৈ একো নেথাকে।[৪] ফলস্বৰূপে অভাৱ হোৱা বছৰত খাদ্য-শস্য আমদানি কৰিব লগা হয় আৰু শতিকাৰ শেষৰফালে প্ৰায় তিনি লাখ হোৱা ভগনীয়াবিলাকক এনেদৰেই খুউৱা হয়। মিছনেৰীসকলৰ মানত অসমীয়াসকল আছিল সবলমনা, সজ-



আচৰণশীল আৰু আইন-কানুন মানি চলা লোক; কিন্তু অতিশয় এলেহুৱা আৰু কোনো কামতে পটু নাছিল। ৰোৱা আৰু কটাৰ বতৰত তেওঁবিলাক ব্যস্ত হৈ থাকে, তাৰপিছত তেওঁবিলাকৰ কৰিবলৈ একো নাই। ৰেভাঃ আৰ-ডি গ্ৰাণ্টে (Rev. R. D. Grant) ক'বৰদৰে—

> সুবিস্তৃত বনভূমি, সকলো ৰকমৰ কৃষি উপযোগী মাটি, কয়লা, লো, সোণ, ৰূপ, মূল্যবান শিল-পাথৰ, অতি কম খৰচৰ নদ-নদীৰ পৰা পোৱা যাতায়ত-ব্যৱস্থাৰ সুচলত ইয়াৰ লোকসকলে ঐশ্বৰ্য আৰু শক্তিও হাততে পায়। মানুহবিলাক সজ প্ৰকৃতিৰ, কিন্তু আলস্যপৰায়ণ। তেওঁবিলাকৰ আচৰিত সা-সুবিধাৰ প্ৰতি ধাৰণাও নাই, জানিলেও এইবিলাক কামত খটুৱাবৰ ধাউতি নাই। অতি কম পৰিশ্ৰমতে অভাৱ পূৰণ হোৱাকৈ উৎপন্ন কৰি সন্তুষ্ট চিত্তে তেওঁবিলাকে কাল কটায় আৰু ওচৰে-পাজৰে থকা সম্পদৰাজিৰ ব্যৱহাৰৰ বাবে কেতিয়াও উদ্যোগী নহয়।[৫]

এই নিমিত্তেই বিদেশীলোকে দৈনন্দিন ব্যৱহাৰ্য সামগ্ৰী বাহিৰৰ পৰাই আনিব লগাত পৰে। ১৮৪২ চনত বাৰ্কাৰে কৈছিল—'সকলো বস্তু বাহিৰৰ পৰা ইয়ালৈ আনিব লাগে। শুকান সামগ্ৰী, খোৱা বস্তু, দৰৱ-জাতি হয় কলিকতা নহয় আমেৰিকাৰপৰা আনিব লাগে। সেই-বিলাক আকৌ আৱশ্যকীয় বছৰেকৰ আগতেই পঠাব লাগিব।'[৬] পাছৰ বছৰটোত অৱশ্যে তেওঁ যোৰহাটৰ দক্ষিণৰ ৰাজবাৰী হাটত নগা-নাগিনীয়ে আদা, কপাহ, জালুক আদি লোণ আৰু সীহৰ বাবে সলনি কৰা দেখিছিল। ব্ৰন্সনে লিখা মতে, নামচাঙত কাযৰ নগাই লোণ পুঙৰ লাভৰ ওপৰতে ঘাইকৈ বতিছিল আৰু নিতৌ সিহঁতে ভৈয়ামৰ লাগতিয়াল বস্তুৰ কাৰণে লোণ বিনিময় কৰিছিল।[৭] কলংপাৰৰ কাছহাটৰ সাপ্তাহিক হাটত তেওঁ ধৰ্ম-পুস্তিকা বিলাইছিল আৰু শ শ কছাৰি, লালুং, মিকিৰ (কাৰ্বি) লোকৰ আগত ধৰ্মোপদেশ দিছিল। এই হাটতে চাউল, কাপোৰ, কুঠাৰ, দা আদি বিনিময়

হৈছিল।' উত্তৰ দৰঙত কেইবা সপ্তাহ জুৰি বহা 'আচৰিত মেলা'ৰ প্ৰসংগও তেওঁ উল্লেখ কৰিছে। এইখন ওদালগুৰিৰ মেলাৰ বাদে আন হ'ব নোৱাৰে, য'ত ভুটীয়াবিলাকৰ উপৰিও তিব্বতী, চীনা আৰু বংগ দেশৰ বহু ঠাইৰপৰাও লোক আহি বেহা-বেপাৰ চলাইছিল।[৮]

## সাজ-পাৰ, আচাৰ-ব্যৱহাৰ, অতিথিপৰায়ণতা

মিছনেৰীসকলৰ বিৱৰণৰ পৰা সেই সময়ৰ অসমীয়াৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি আৰু সাজ-পোছাকৰ বিষয়ে সম্যক জ্ঞান পাব পাৰি। ব্ৰাওনে অসমীয়া তিৰোতাই পিন্ধা মেখেলাৰ বিষয়ে বৰ্ণনা দি লিখিছে যে এইবিলাক কপাহী বা পাটৰ আছিল, দুডোখৰ কাপোৰ দুইমূৰে সী লোৱা হয়। মেখেলাখন কঁকালত গাঁথি লোৱা হয়, সম্মুখৰ পিনে ডাঠ ভাঁজ দিয়া হয়। পুৰা পোছাক পিন্ধোতে ৰিহাও লোৱা হয়, ৰিহাখন দুই কি তিনি গজমান দীঘল, বুকুৰ প্ৰায় কাষলৈ বন্ধা আৰু ৰিহাৰদৰেই চাদৰ বা চেলেং মূৰলৈকে লোৱা হয়। ইয়াৰ এটা মূৰ দুফুটমান আগপিনে ওলোমাই থোৱা হয়, বাকীখিনি বাওঁ কান্ধত তুলি লোৱা হয়। তেওঁবিলাকে অলংকাৰ ভাল পায় আৰু সাধাৰণতে মণি, আঙঠি, খাৰু আৰু কাণ-ফুল পিন্ধে। আঢ্যৱন্তসকলে সোণ, ৰূপ, মুকুতা আৰু মূল্যবান পাথৰ লয়, আৰু দুখীয়া শ্ৰেণীয়ে সস্তীয়া সীহ, সোণ-পটোৱা নহ'লে আয়নাৰ অলংকাৰ পিন্ধি সন্তুষ্ট থাকিব লাগে। তেওঁলোকৰ চুলিও প্ৰচুৰ। চুলিখিনি কপালৰপৰা পিছ মূৰলৈ মেলোৱা হয় আৰু এটা ডাঙৰ খোপা বন্ধা হয়।[৯]

পুৰুষৰ পোছাক বুলিলে তিনি-চাৰি গজমান দীঘল চুৰিয়াখনেই (ধুতি) ঘাই। ইয়াৰ এটা মূৰ কঁকালত বন্ধা হয়, আনটো আগফালে ৰখা হয়। চাদৰ(চেলেং)খন আগফালে দুভাঁজ কৰি দুয়ো কান্ধত চটিয়াই লোৱা হয়, মূৰত তিনি কি চাৰিগজমান দীঘল পাগুৰি বন্ধা হয়। পুৰুষ-তিৰোতা উভয়ৰে খুদা ভৰি, মাথোন বাহিৰলৈ গ'লে পুৰুষে কেতিয়াবা কাঠৰ খৰম পিন্ধে। মানুহে ডাড়ি কাটে, মূৰ খুৰায়,



মাজতে ছয় ইঞ্চি মানৰ চুলি (টিকনি) ৰাখে, ইয়াক মূৰত এটা গাঠি দি লয়।[১০]

আমেৰিকান মিছনেৰীসকলৰ বাবে অসমীয়া লোকৰ ল'ৰা-ছোৱালী সিবিলাকৰ অতি আদৰৰ। গোচৰ আদিৰ বাবে লগা পৰিশোধৰ বাবে বন্দী-বেটী ৰখা সময়ৰ বাদে আন কোনো সময়তে ল'ৰা-ছোৱালীৰ লগ নেৰে। ছোৱালীবিলাকৰ পৰা লাভো হয়, সিহঁতৰ বিয়াৰ সময়ত এশৰপৰা পাঁচশ টকা পৰ্যন্ত লোৱা হয়। অসমীয়া মানুহ দুখীয়া হ'ব পাৰে, কিন্তু অত্যন্ত অতিথিপৰায়ণ, উচ্চ-নীচ যিয়েই নহওক লাগিলে।[১১]

মাজুলীৰ ঘাই ঘাই সত্ৰলৈ যাওঁতে বাৰ্কাৰক সত্ৰাধিকাৰ সৱৰ হকে ফুল, ফল-মূল, চাউল আৰু এৰাঁ গাখীৰৰ সিধা দিয়া হৈছিল।[১২] ধৰ্মত গোড়া হ'লেও সিবিলাকে খ্ৰীষ্টান মিছনেৰীসকলক নামঘৰ সোমাবলৈ নাইবা তেওঁবিলাকৰ চ'ৰাঘৰত আশ্ৰয় নিদিয়াকৈ নাছিল। ১৮৫১ চনত ডেনফ'ৰ্থে যেতিয়া পইচা নিদিয়াকৈ এজনৰপৰা এটা মাছ ল'ব নুখুজিছিল, তেতিয়া মানুহজনে পাছুৰী চাহাব তেওঁৰ ঘৰলৈ অহাত সন্মান জনাইছে বুলিহে মাছটো ল'বলৈ অনুৰোধ কৰিছিল। ব্ৰাওনে লিখিছে ঃ

> অসমীয়া লোকৰ এনেধৰণৰ সৌজন্য যে উচ্চজনৰ ঘৰত অতিথি প্ৰৱেশ কৰিব লাগিলেই "ঈশ্বৰ, ঈশ্বৰ আমি আহিছোঁ" বুলি ক'ব লাগে আৰু তাৰপাছত সোঁহাতৰ আঙুলি ছুই নমস্কাৰ জনাব লাগে। অতিথি ঘৰৰ ভিতৰত বহা হ'লেই আতিথ্যৰ চিনস্বৰূপে তামোল-পাণ আগবঢ়োৱা হয় আৰু যাবৰ সময়তো প্ৰণাম কৰা হয়, আৰু বাহিৰত অতিথিয়ে "অ' ঈশ্বৰ, অ' ঈশ্বৰ, আশীৰ্বাদ দিয়া" বুলি ক'বও লাগে।[১৩]

প্ৰিয়জনক সম্ভাষণ জনাই কোৱা হয় :

> ভাত খালেনে? সোঁহাতৰ আঙুলি জপাই চুমা খাই মহিলাই সম্ভাষণ কৰে, চুমা খাই হাত জোকাৰে আৰু চুমা খোৱাটোও

দুৰৰেপৰা দেখুৱায়… …গিৰীয়েকে ঘৈণীক পিয়া বা সোণাই (honai) বুলি সম্বোধে। ঘৈণীয়েকে স্বামীৰ নাম কোৱাটো ইমান অনাৱশ্যক বুলি গণ্য কৰে যে তেওঁৰপৰা স্বামীৰ নাম উলিওৱাটো একেবাৰে অসম্ভৱ। তেওঁ স্বামীক ‘তেওঁ’ বুলিহে কয়। ঘৈণীৰ প্ৰতি যিমানেই চেনেহ নেথাকক লাগিলে তেওঁৰ স্থান অতিশয় নিম্নতম ভৃত্যৰ লেখীয়া। সাধাৰণ লোকৰ ক্ষেত্ৰত ঘৈণীয়েকে স্বামীয়ে ভাত খোৱা সময়ত ৰৈ থাকে আৰু পিছত তেওঁৰ এৰাহাখিনিহে খায়।

বেপ্টিষ্টসকলে আন আন মিছনেৰীসকলৰ দৰেই যদিও বাল্য-বিবাহ, বিধৱা-প্ৰথা, বহু বিবাহ আদি প্ৰচলিত সামাজিক দুষ্কৃতিৰ বিৰুদ্ধে যুদ্ধ কৰিছিল, তেওঁলোকে স্থানীয় ন-শৰণীয়া খ্ৰীষ্টান ছোৱালীবিলাকৰ সাজ-পোছাক, আচাৰ-ব্যৱহাৰ আদিত গুৰি উভালি যোৱাকৈ সাল-সলনিও কৰা নাছিল। থলুৱা ৰীতি অনুসাৰেই তেওঁলোকে পোছাক পিন্ধিছিল। অকল সেয়ে নহয়, তেওঁলোকক মাটিত বহি পঢ়িবলৈ, কাম কৰিবলৈ আৰু খাবলৈও দিয়া হৈছিল। তেওঁলোক নমস্কাৰ কৰাতো পাকৈত আছিল আৰু আন সকলৰদৰে সন্তোষিত বোধ কৰিছিল।[১৪] মিছেছ ব্ৰাওনে পৰিপাটি, শৃঙ্খলা আৰু মিতব্যয়িতা খ্ৰীষ্টীয় শিক্ষাৰ ঘাই অংগ বুলি গণ্য কৰিছিল। ছোৱালীক ঘৰুৱা কাম-কাজত পাৰ্গত কৰিবলৈ সকলোপ্ৰকাৰে যত্ন কৰা হৈছিল। আৰু ঘৰখন পৰিপাটি কৰাৰ বাবে লাগতিয়াল শিক্ষাও দিয়া হৈছিল। নিজৰ পোছাক তৈয়াৰ কৰি চিলাবলৈ আৰু উন সূঁতা গোঁথিবলৈ শিকোটো ছোৱালীৰ পঢ়া-শালিৰ ঘাই বিষয় আছিল।

## অন্ধবিশ্বাস-জাতিভেদ

মিছনেৰীসকলৰ বাবে ‘অজ্ঞতা আৰু অন্ধবিশ্বাস দুগৰাকী ভগ্নীৰদৰেই জনসাধাৰণৰ ওপৰত পাৰস্পৰিক প্ৰতিদ্বন্দ্বিতাৰেই প্ৰায় অবিৰ্তকিতভাৱে অধিকাৰ চলাই আহিছে আৰু এইদৰেই জনসাধাৰণৰ অধঃপতন সম্পূৰ্ণ



কৰি তুলিছে।[১৫] বেমাৰ আৰোগ্য কৰিবৰ নিমিত্তে মন্ত্ৰ পাঠাদি প্ৰায়ে কৰা হয়, দৰৱ-জাতিৰ কথাই নাই, তাকে যদি খ্ৰীষ্টানে দিয়ে তেনেহ’লে সেই দৰবো নিষিদ্ধ। ১৮৪২ চনৰ জানুৱাৰী মাহত বাৰ্কাৰে শিৱসাগৰত দেখিছিল যে এজন ব্ৰাহ্মণে পুথি পাঠ কৰি, আৰু মাজে মাজে ফুঁ মাৰি পানী জাৰি ভূত আৰু বেমাৰ দূৰ কৰাত ব্যস্ত আছিল।[১৬] ১৮৩৮ চনত যেতিয়া শদিয়াখোৱাৰ পৰলোক ঘটে তেতিয়া মানুহে ভাবিছিল যে তেওঁক ডাইনীয়ে বধ কৰিলে। ১৮৩৮ চনৰ ২২অক্টোবৰত ব্ৰাওনৰ জাৰ্নেলত ডাইনী আৰু ভূতৰ বিষয়ে বিতং বিৱৰণ পোৱা যায়। পিছৰটোৰ পাশ্চাত্যৰ পৰীৰ (witches) দৰেই ভূতৰ লগত যোগাযোগ আছে—যি গৰাকীৰ বাবে বিচৰা মতে কামটো কৰি দিয়ে। যাদুকৰৰদ্বাৰাই সিহঁত পোহপাল হৈ থাকে আৰু লাগ বুলিলেই—অৰ্থাৎ কুচুঁতীয়া কাম কৰিব লাগিলেই অদৃশ্য অৱস্থাৰপৰা দৃশ্য হৈ পৰে। আহাৰাদিৰ মাধ্যমেদিয়ে ভূত প্ৰৱেশ কৰি মানুহক বেমাৰী কৰি তোলে, ভূত খেদিব নোৱাৰিলে বেমাৰীৰ মৰণ ঘটে। খেদিব লাগিলেও মন্ত্ৰেৰে জৰা-ফুকা কৰিব লাগিব; নহ’লে চাউল, গাখীৰ, গাহৰী, হাঁহ-কুকুৰা আদি যি দিশৰপৰা ভূত আহিছে অনুমান কৰি আলিবাটত আগবঢ়াব লাগিব। ডাইনীবিলাক মাংসাহাৰী। জীয়া মানুহৰ মঙহেই আহাৰ। সিহঁতে যিকোনো আকাৰ ল’ব পাৰে। যাক ডাইনীয়ে আক্ৰমণ কৰিব খোজে সি ডাইনীক দেখা নেপায়, তাক ডাইনীয়ে মোহিনী মাৰি অচেতন কৰি লয়। দেখাত সিহঁত বৰ ধুনীয়া, হাতত সিহঁতৰ মূল্যবান পাথৰ থাকে, ইয়াৰ সহায়ত সিহঁতে নিজৰ নিদ্ৰা হৰে আৰু নিশাচৰ হৈ ফুৰিব পৰা ক্ষমতা পায়।[১৭]

ব্ৰন্সনে কৈছে: জাতিভেদ ইমান দকৈ শিপাইছিল যে ই আমাৰ বুজনিৰ সকলো ক্ষমতা, আমাৰ দয়া আৰু মৰম পৰাজিত কৰিছিল। অতি ডাল দৰিদ্ৰইও একে জাতৰ নহ’লে ভিক্ষা গ্ৰহণ নকৰে; মৃতপ্ৰায় কোনেও আমাৰ দৰৱ নাখায়, জানোচা জাত যায়। আকৌ এঁকেজাতৰ

নহ'লে বেমাৰীৰ প্ৰতিপাল কৰা দূৰৰ কথা শ'ও দাহ নকৰে।[১৮] ১৮৩৮ চনত ব্ৰাওনে তেওঁৰ ঘৰ মেৰামতি কৰা বনুৱাকেইজনক তেওঁৰ দুহিতা শদিয়াত মৃত্যু হওঁতে তেওঁৰ কবৰৰ ওপৰত মাটি দিয়াবলৈ সক্ষম নহৈছিল।[১৯]

## কানি-মদৰ প্ৰচলন

আমেৰিকান বেপ্টিষ্টসকলে ভাবিছিল যে জাতিভেদ আৰু কানি—এই দুয়োটাই অসমৰ অভিশাপ। দুইটিডে কৈছিল—দুইটাৰ ভিতৰত কানি অতিশয় ঘৃণনীয়। কানি সকলোৱে খাইছিল. নোখোৱাটোহে ব্যতিক্ৰম আছিল। কানি নহ'লে কানীয়াই কয়—হেজাৰ-বিজাৰ গজালেৰে যেন মগজ চেপি ধৰিব, ডিঙিলৈকে পুৰ হৈ পৰিব আৰু উশাহ নিৰোধ হৈ সি যেন মৰিহে যাব।[২০] ব্ৰন্সনে কৈছিল—কানিৰ ফল অতি মাৰাত্মক; ই সকলো শক্তিসামৰ্থ্য নোহোৱা কৰি তোলে, আৰু কানীয়াক কলমটিয়াই থকা পশুতকৈ কোনো গুণে উত্তম কৰি নোতোলে। ...মই নিতৌ বহুতো মানুহ দেখিছোঁ যি নগ্নপ্ৰায়, জীৱনৰ একো সুখেই ভোগ কৰি পোৱা নাই। সিহঁতেও যদি কোনো উপায়ে এটা বা দুটা পইচা পায়, তাৰে কানি খাই ততালিকে শেষ কৰি দিয়ে।[২১] মিছনেৰীসকলেও স্বীকাৰ নকৰি নোৱাৰিছিল যে অসমত মদৰ প্ৰচলনো হৈছিল আৰু ইয়াৰ নিমিত্তে তেওঁবিলাকৰ মতে 'খ্ৰীষ্টান নামধাৰী সকলেই বেছি দায়ী।' ইংৰাজ বিষয়াসকলৰ মাজত ইয়াৰ ব্যৱহাৰ বেছি ধৰণে হৈছিল—যি প্ৰকাৰৰ বিষয়া নহওক লাগিলে। চৰকাৰেই ইয়াৰ বিক্ৰীৰ বাবে অনুজ্ঞা-পত্ৰ দি আৰু ইয়াক ৰাজহৰ উপায় কৰি উৎসাহ যোগোৱা বুলি বেপ্টিষ্টসকলে অভিযোগ কৰে। স্থানীয় উচ্চবৰ্ণৰ লোকেও হিন্দু ধৰ্ম এৰি মদত ধৰিলে আৰু মদৰ ব্যৱহাৰে সাধাৰণতে অপব্যয় আৰু ধ্বংসৰ পথলৈ টানি নিয়ে।[২২]

## ৰাজপৰিয়াল-বুদ্ধিজীৱীসকল

মিছনেৰীসকল অসমলৈ অহাৰ সময়ত আহোম ৰাজৰ শেষ আৰু সমাজৰ



নেতৃত্বও সামন্ত-কালৰ সম্ভ্ৰান্তসকলৰ হাতৰপৰা মধ্যবিত্ত শ্ৰেণীৰ বুদ্ধিজীৱীসকলৰ হাতত পৰো পৰো অৱস্থা। এইসকলৰ লগত মিছনেৰীৰ সম্পৰ্ক মুঠতে বন্ধুত্বসুলভ। মিছনেৰীসকলে আনন্দৰাম ঢেকীয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱাৰ লগত হাতমিলাই স্কুল-কাছাৰীত বঙলা ভাষা প্ৰচলনৰ বিৰুদ্ধে অবিৰাম সংগ্ৰাম চলাই ক্ষান্ত নাথাকি অসমীয়া সমাজৰ কেৰোণবিলাক দূৰ কৰাৰ নিমিত্তেও উঠি-পৰি লাগিল। ধৰ্মবিশ্বাস অটুট ৰাখি তেওঁবিলাকে মিছনেৰীসকলৰ লগত নতুন ধৰ্ম প্ৰসংগত অবাধ আৰু মুকলি মনৰ আলোচনা কৰিছিল। ব্ৰাওনে ভগা ৰজা পুৰন্দৰ সিংহৰ লগত হোৱা সাক্ষাতত ৰবকৈ আকৃষ্ট হৈছিল। সাক্ষাৎ কালত ৰজাই খ্ৰীষ্টধৰ্মৰ বিষয়ে নানা প্ৰশ্ন কৰিছিল। তেতিয়াৰ ৰজা নামধাৰী কামেশ্বৰ সিংহই মদৰ বাগীত থকা সত্বেও মিছনেৰীসকলৰ জ্যোতিৰ্বিদ্যা আৰু ভূগোল সম্বন্ধীয় ব্যাখ্যাবিলাকৰ প্ৰতি আকৰ্ষিত হৈছিল আৰু তেওঁ মিছনেৰীসকলক যোৰহাটত স্কুল এখন স্থাপন কৰিবলৈ অনুৰোধ কৰিছিল। তেওঁ নিজেই ইংৰাজী শিকিবলৈ আৰু বিজ্ঞানৰ বিষয়ে জ্ঞান ল'বলৈ বৰ আগ্ৰহী হৈছিল।[২৩] মিছনেৰীসকলক বৰকৈ আকৰ্ষণ কৰা কথাটো আছিল—সেইসময়তো ৰাজপৰিয়ালে পূৰ্বৰ মৰ্যাদা আৰু জাক-জমকতা পৰিহাৰ কৰা নাছিল। ১৮৫৩ চনৰ জানুৱাৰীত যোৰহাটত মিছেছ হুইটিঙক পুৰন্দৰ সিংহৰ বিধৱা পত্নীয়ে আদৰ-সম্ভাষণ কৰিছিল। তেওঁ বিধৱা ৰাণীক সোণেৰে কাম কৰা কাপোৰ পৰিধান কৰা অৱস্থাত পাইছিল আৰু ৰাণীক আঠু লৈ থকা লিগিৰাই আৱৰি আছিল। টোলত সোমাওঁতেই তেওঁৰ চকুৰ ভ্ৰূত আৰু ওঁঠতো গোন্ধতেল ঘঁহি দিয়া হৈছিল আৰু চকীলৈ হাতেৰে নিৰ্দেশ দি লৈ যোৱা হৈছিল।[২৪] পিছদিনা পুৱা হুইটিঙে যুৱৰাজক সাক্ষাৎ কৰোঁতে তেওঁ বনকৰা কাপোৰেৰে ঢকা আসনত বহি থকা পাইছিল। আঠুৰ ওপৰত তৰোৱাল পথালিকৈ থোৱা আছিল, হাতত ধপাতৰ ঘূৰ-ঘূৰী। তেওঁ অনবৰতে ধপাত খাই আছিল আৰু প্ৰায় নিমাত আছিল; লগত থকা আলধৰাইহে কথা-বতৰা হৈছিল। হুইটিঙে

ভাবিছিল পৰিয়ালটো বৰ অহংকাৰী আৰু গোঁৱাৰ। এওঁলোক কোম্পানীৰ প্ৰজা হোৱা টান।[২৫]

## পুৰোহিত, গোসাঁই আৰু শিষ্যসকল

ড়া-ডাঙৰীয়া আৰু বে-সামৰিক বিষয়াসকলে মিছনেৰীসকলক আন্তৰিকতাৰে সাদৰ-সম্ভাষণ জনাইছিল যদিও ব্ৰাওনে লিখা মতে, পুৰোহিত আৰু গোসাঁইসকলে তেওঁলোকক বেছি ৰকমে বিৰোধিতা কৰিছিল।[২৬] ইয়াৰ কাৰণ নোহোৱা নহয়। মিছনেৰীবিলাকে মূৰ্তি পূজা, জাতিভেদ আৰু পুৰোহিত-প্ৰথা ঘৃণা কৰিছিল; কিন্তু এইবিলাকেই আছিল হিন্দুৰ হাড়ে-মগজুৱে, শাক্ত বা বৈষ্ণৱ যিয়ে নহওক। তেওঁবিলাকে সামান্য সুযোগ পালেই ধৰ্মোপদেশ আৰু প্ৰচাৰ-পুস্তিকা আদি বিলাই হিন্দু ধৰ্ম আৰু ইয়াৰ আচাৰ-ব্যৱহাৰাদিৰ বিৰুদ্ধে সংগ্ৰাম কৰিছিল আৰু খ্ৰীষ্ট ধৰ্মৰ সপক্ষে পূৰ্ণ পৰ্যায়ত প্ৰচাৰ-কাৰ্য চলাইছিল। তেওঁলোকে কৈছিল, প্ৰত্যেক হিন্দুৰেই পূজা-অৰ্চনাৰ একোখন ঠাই আছিল—মন্দিৰ নহ'লে সত্ৰ, য'ত পুৰোহিত নাইবা গোসাঁয়ে আছিল সৰ্বেসৰ্বা। তেওঁলোকে শাস্ত্ৰ পাঠ কৰিছিল আৰু পূজা-পাতল পৰিচালনা কৰিছিল। দুৰ্গা পূজা, ৰাসযাত্ৰা, ফল্গুৎসৱৰ উপৰিও মাজে-সময়ে ৰৰসবাহ পাতি নামগোৱা আৰু কল-মিথৈ (dough) বিলোৱাৰ কথাও উল্লেখ কৰা পোৱা যায়।

বাৰ্কাৰে লিখিছে, 'বৰ্গক্ষেত্ৰাকাৰ এলেকাৰ তিনিওফালে শাৰী শাৰী ঘৰ সাজি সত্ৰ পতা হয়, মূল ঘৰ মধ্যত থাকে। শাৰী শাৰী তামোল গছেৰে ঘৰৰ পিছফাল ভৰি থাকে। এইবিলাকত থাকে অসমীয়াৰ বাবে অপৰিহাৰ্য পাণ।'[২৭] প্ৰতিখন সত্ৰত থাকে কিছুমান ভকত, ইয়াৰে কেৱলীয়াবিলাক অবিবাহিত আৰু ঈশ্বৰৰ নামত উৎসৰ্গকৃত। ব্ৰন্সনে লিখা মতে, কিছুমান ভকত এনে শুদ্ধাচাৰী যে তেওঁলোকে ভাত ৰান্ধিবলৈ ব্যৱহাৰ কৰা খৰিখিনিও তিয়াই লয়, একেদৰেই সকলো টকা-পইচাও ধুইহে ছোৱে যাতে অশুদ্ধি হ'ব নোৱাৰে। সেইদৰেই তেওঁলোকে আমাৰ পুথি আদি স্পৰ্শ নকৰে, আকৌ ছাঁ পৰিলে তাতো নবহে।[২৮] ব্ৰন্সনে সত্ৰবিলাকক ইহুদীবিলাকৰ 'ছিনাগগ'ৰ (Synagogue) লগত তুলনা কৰিছে। ইয়ালৈ সাধাৰণতে দৈনিক শিষ্যসকলৰ আগমন হয় আৰু মহন্ত বা মহাজন বুলি আখ্যা দিয়া পুৰোহিতক অৰ্চনা কৰে। তেওঁলোকে ভকতসকলৰ সৈতে শিষ্যসকলে আগবঢ়োৱা সিধা আৰু বছৰেকীয়া বৰঙণি আদিৰে ভৰণ-পোষণ গৈ থাকে। তেওঁলোকে প্ৰতিজনৰ ওপৰত ৫০ চেণ্ট অৰ্থাৎ টকাৰ হিচাপত ৫ টকা মানকৈ বছৰি কৰ ৰহুৱায় আৰু সেইবিলাক আদায় কৰে। শিষ্যসকল বসতি কৰি থকা দূৰৰ গাঁওবিলাকলৈ কৰ সধা লোক যায় আৰু যি শিষ্যই কৰ দিব নোখোজে তেওঁক গৰিহণা দিয়ে আৰু এঘৰীয়া কৰি থোৱা হয়।[২৯] তেওঁৰ মতে, বৃটিছ চৰকাৰেও এনে প্ৰথা প্ৰৱৰ্তি থকাত যথেষ্ট অৰিহণা যোগায়। গোসাঁইসকলক চৰকাৰী খাজনা ৰেহাই মাটি দিয়া হ'লত পোৱা ক্ষমতা দেখি জনসাধাৰণে ভাবি ল'লে যে তেওঁলোকক গুণ থকা বাবেই এনেদৰে অনুগ্ৰহ কৰা হৈছে।[৩০] ব্ৰন্সনে লিখিছে: 'ধৰ্ম সম্বন্ধীয় বিষয় উপস্থিত হ'লেও তেওঁলোকে ক'ব, আমাৰ গোসাঁইসকলৰ ওচৰলৈ গৈ কথা-বতৰা হওক, যিহেতু আমাৰ বছৰেকীয়া কৰ দি থাকোঁ; তেওঁলোকে এই বিষয়ে বুজি-বাজি আমাক শিকাব...আৰু আমাৰ মুক্তিৰ কাৰণে সকলো বিষয় তেওঁলোকেই চিন্তা কৰিব।' তেওঁলোকে গোসাঁইসকলক প্ৰভু বা ঈশ্বৰ বুলি সম্বোধন কৰে আৰু ঈশ্বৰৰ আদেশক অৱজ্ঞা কৰাতকৈ তেওঁলোকে অৱজ্ঞা কৰিবলৈ ভয় কৰে।[৩১]



## খনদিয়েক সত্ৰ: মাজুলী আৰু নগাঁও

জাৰ্নেল আৰু চিঠি-পত্ৰত কেইবাখনো ডাঙৰ সত্ৰৰ কথা উল্লেখ পোৱা যায়। ব্ৰাওনে লিখিছে: 'আউনিআটি সত্ৰই এই অঞ্চলৰ দুই-তৃতীয়াংশ লোকৰ আনুগত্য দাবী কৰে. ইয়াৰ পিছতে দক্ষিণপাট।' আউনিআটিৰ সত্ৰাধিকাৰ বাহিৰলৈ গ'লে, তেওঁ লিখামতে, 'ঢোল-কালিৰ ঐক্যতান বাদন আৰু অনেক পৰিচালক সহকাৰে ই যেন ৰাজসমদলহে।' তেওঁ ১৮৫০ চনত মাজুলীলৈ যাওঁতে ওপৰুক্ত প্ৰত্যেক সত্ৰতে চাৰি-পাঁচশ-

মান ভকত আৰু নানা শিষ্য দেখা পাইছিল। দক্ষিণপাট সত্ৰৰ গোসাঁইঘৰত নানা কাৰুকাৰ্য আৰু সোণ-ৰূপেৰে বিভূষিত যি মূৰ্তি আছিল, তেনে মূৰ্তি ভাৰতৰ কোনো ঠাইতে তেওঁ দেখা পোৱা নাছিল। এই সত্ৰৰ গোসাঁই আৰু কেইজনমান পুৰোহিত অতি বিজ্ঞ আছিল, সিবিলাকে নিজৰ ধৰ্মৰ সপক্ষে সজোৰে যুক্তি দিছিল।[৩২] কমলাবাৰী আৰু দক্ষিণপাটৰ মোৱামৰা সত্ৰাধিকাৰসকল, তেওঁলোকৰমতে উদাৰ দৃষ্টিভংগীৰ আছিল। পৰিচালকসকলৰ বাধা সত্বেও তেওঁলোকে বাৰ্কাৰক জোতা পৰিধান কৰি যাওঁতেও সাক্ষাৎ কৰিবলৈ সুবিধা দিছিল। অকল সেয়ে নহয়, মিছনেৰীসকলে দিয়া পুথিও গ্ৰহণ কৰিছিল, অৱশ্যে পঢ়াশলীয়াৰ ওপৰত গুৰুত্ব প্ৰকাশ কৰিছিল।[৩৩] ১৮৪৩ চনৰ ১৫ ফেব্ৰুৱাৰীৰ ব্ৰন্সনৰ জাৰ্নেলত তেতিয়াৰ বৰদোৱা সত্ৰৰ বিষয়ে আকৰ্ষণীয় বিৱৰণ পোৱা যায়। তেওঁ লিখিছে: 'বাৰাণসী আৰু আন আন পবিত্ৰ তীৰ্থৰদৰেই বৰদোৱাক স্থান দিবলৈ যথেষ্ট চেষ্টা কৰা হৈছিল।' আনহে নালাগে স্থানীয় দণ্ডাধীশেও ইয়াত হাত উজান দিছিল। তেওঁ এই থানৰ মণিকূটত সাক্ষীয়ে শপত লৈ সত্য কথা কোৱা প্ৰতিজ্ঞা কৰোৱাইছিল। এই থানত বিভিন্ন প্ৰকাৰৰ দেৱ-দেৱীৰ মূৰ্তি কটা অনেক ক্ষোদিত চিত্ৰৰে সেইকালৰ অতি বিত্তোপনকৈ সজা ছটামান ঘৰ আছিল। ধাৰণা কৰা হয়—ইয়াতে শ্ৰীশংকৰৰ ৰূপ লৈ শ্ৰীকৃষ্ণৰ অৱতাৰ ঘটিছে। সেইবাবে থানখন পূজা-অৰ্চনাৰ বাবে পবিত্ৰ হ'ব লাগিব আৰু শিলত থকা তেওঁৰ পদচিহ্ন সংৰক্ষণ কৰি পূজিব লাগিব। ইয়াত শ্ৰীশংকৰৰ অলৌকিক কাৰ্যৰ কথাও উল্লেখ কৰা হয়: জনসাধাৰণৰ পানীৰ আটক হোৱাত শ্ৰীশংকৰে আহ্বান কৰাত গংগা দেৱী তললৈ নামি আহি এটা পুখুৰীত পৰিণত হয়। এই গংগা অৰ্থাৎ আকাশীগংগা তেতিয়াৰে পৰা শংকৰপন্থীসকলৰ পবিত্ৰ তীৰ্থ।[৩৪]

১৬৯৩ শকাব্দৰ এখন তামৰ ফলিৰপৰা (যদিও প্ৰকৃত নহয় বুলি ধৰা হয়) ব্ৰন্সনে কৈছে যে নৰোৱা বা বৰদোৱা থানখন আহোম ৰজা লক্ষ্মী



সিংহই ভদ্ৰদেউৰ পিতৃ ৰামদেউক দান কৰিছিল।[৩৪] ৰামপুৰত তেওঁক ব্ৰন্সনে লগ পাওঁতে বয়স আছিল ১২ বছৰ। ১৭২১ চনত উত্তৰাধিকাৰী সম্পৰ্কে বিবাদ হোৱাত কমলেশ্বৰ সিংহই থানখন দুভাগ কৰাত দুটা নামঘৰ সজা হয়। ১৮৪১ চনত অসমৰ কমিচনাৰে প্ৰথমখনত ৪৭০৯ পুৰা ধৰ্মোত্তৰ মাটি আৰু ১১৭ জন ভকত আৰু আনখনত ১০১ জন ভকতৰ উপৰি সেই নিছিনা কিছু খাজনা নোহোৱা মাটি দিয়াৰ আদেশ দিয়ে।[৩৫]

ব্ৰাওনে স্বীকাৰ কৰিছে যে কোনো কোনোজন ব্ৰাহ্মণ অতিশয় উদাৰ আৰু শ্ৰদ্ধাভাজন, কিন্তু সাধাৰণতে 'পুৰোহিত শ্ৰেণীটোৱে খ্ৰীষ্ট ধৰ্মোপদেশৰ প্ৰতি প্ৰায়ে তিক্ততা প্ৰকাশ কৰিছিল।' এইধৰ্মৰ পুথি এখন স্পৰ্শ কৰিলেই ছুৱা হ'ব' বুলি ঘৃণাৰে প্ৰত্যাখ্যান কৰিছিল।[৩৬] তেওঁলোকে কয়, 'আমি পঢ়াশালিলৈ ল'ৰা-ছোৱালী পঠাবলৈ ভয় কৰোঁ, কিজানি হিন্দুধৰ্ম এৰি সিহঁত খ্ৰীষ্টান হৈ পৰে।' ব্ৰন্সনে আকৌ কৈছিল—'যদিহে খ্ৰীষ্টধৰ্ম ইয়াত প্ৰচাৰ কৰিব লাগে তেনেহ'লে উঠি অহা ডেকাচামৰ মাধ্যমেৰেহে কৰিব লাগিব। (আফ্ৰিকাৰ) ইথিওপিয়ানসকলে যিদৰে ছাল সলনি কৰিব নোৱাৰে, নাহৰফুটুকী বাঘে যেনেকৈ ফুটুকা-ফুটুকী এৰিব নোৱাৰে, তেনেকৈ বুঢ়া-মেথাই সিবিলাকৰ ৰীতি, নীতি সলাব নোৱাৰে।[৩৭]

## গোসাঁই-ব্ৰাহ্মণৰ অৱনতি

ব্ৰাহ্মণ-পুৰোহিতসকলৰ বিপক্ষে মিছনেৰীসকলে দিয়া অভিযোগ কিছু অতিৰঞ্জিত হ'লেও এইটো ঠিক যে, গুৰু-গোসাঁইসকলে হাত-খৰচ, বৰঙণি, মাগনী, চালামি আদিৰ জৰিয়তে[৩৮] শিষ্যৰপৰা তোলা ধনৰ বোজা, ব্ৰন্সনে কোৱাৰদৰে, সিবিলাকৰ ক্ৰমে অসহনীয় হৈ পৰিছিল—বিশেষকৈ যি কালত তেওঁলোকে চৰকাৰকো অতিৰিক্ত ৰাজহ আৰু নানা কৰ-কাটল দিব লগাত পৰিছিল। ধৰ্মৰ গোড়ামী তেতিয়াও পূৰামাত্ৰাই আছিল। ব্ৰাওনে কোৱা কথাষাৰো একেবাৰে অসত্য নহয়—'শিষ্যসকলৰ ওপৰত গোসাঁইসকলৰ প্ৰভাৱ আছিল অসীম—তেওঁলোকৰ

আজ্ঞা নমনাটোও মহাপাপ বুলিয়ে গণ্য কৰা হৈছিল।'[৩৯] অধ্যাপক পেকে এইক্ষেত্ৰত এটি বাস্তৱধৰ্মী পৰ্যালোচনা কৰি অভিমত দিছে—'এতিয়া বঙালীসকলৰ লগত ৰিজাই চাই একে ধৰ্মৰ অনুগামী হৈও.. অসমীয়া মানুহক মূৰ্তিপূজাত অধিক গজগজীয়া নোহোৱাত আৰু পুৰোহিতীয়া প্ৰতিপত্তিক সিমান গুৰুত্ব নিদিয়ালৈ চাই অধিকতৰ আশাপ্ৰদ বুলিহে গণ্য কৰিব পাৰি।' দৰাচলতে 'তেওঁলোকে' এতিয়া কাল পৰিৱৰ্তনৰ দোমোজাত।'[৪০] বাৰ্কাৰে চল্লিশ চনতে লিখিছিল—'ইয়াত পুৰোহিতৰ ঐশ্বৰ্য-বিভূতিৰ কাল উকলিল, স্থিতিৰ দিনো শেষ হৈ আহিছে আৰু শীঘ্ৰেই ওৰ পৰিব।'[৪১] কিয়নো অধ্যাপক পেকে কোৱাৰদৰে :

(এই পৰ্যন্ত) পূৰ্বৰ ৰজাসকলৰ পৃষ্ঠপোষকতাৰ গুণত তেওঁলোকে ক্ষমতা পাইছিল...ধৰ্ম ৰক্ষাৰ নিমিত্তে অজস্ৰ দান-দক্ষিণা আৰু ধৰ্মোত্তৰ মাটি পাইছিল আৰু সম্প্ৰতিও এইবিলাকত অধিকাৰী হৈ আছে আৰু এয়ে তেওঁলোকৰ প্ৰভাৱৰ মূল। ইয়াৰ কিছুমান দান বাতিল কৰা হৈছে আৰু বাকীবিলাকো ক্ৰমে লোপ পাব। গতিকে ৰাজ্যত তেওঁলোক দৰিদ্ৰ শ্ৰেণীত পৰিণত হ'বগৈ। পেটৰ ভাত-মুঠিৰ কাৰণেই তেওঁলোকৰ বহুতে নাঙল ধৰিব লাগিব। এইটো লাহে লাহে হ'ব, কিন্তু ক্ৰিয়া আৰম্ভ হৈছেই আৰু ফলো নহৈ নোৱাৰে।[৪২]

ব্ৰন্সনে ১৮৬২ চনত লিখিছিল—'প্ৰকৃতপক্ষে তেওঁলোক (এতিয়া) আন প্ৰজাৰদৰেই হ'ল। প্ৰভাৱ আৰু আয়ো টুটি আহিল। পূজা-পাতলৰ ঠাইবিলাক ধ্বংস হ'বলৈ ধৰিছে, তেওঁলোকৰ বন্দী-বেটী নাইকিয়া হ'ল আৰু গৃহকন্দলৰ সূত্ৰপাত হৈছে।' মিছনৰ প্ৰতিবেদনে জেনকিন্সৰ কথাত হয়ভৰ দিয়ে যে সৰুসুৰা গোসাঁইসকলে মান হেৰুৱালে লগতে প্ৰভাবো। কিয়নো তেওঁলোকৰ মাজত দন্দ-কাঁজিয়া আৰম্ভ হ'ল—কাছাৰীত মোকৰ্দমা চলিল। ব্ৰন্সনে লিখিছে যে,— 'নগাঁও কাছাৰীৰ দুই-তৃতীয়াংশ গোচৰৰ গুৰিতে হ'ল প্ৰত্যক্ষ বা পৰোক্ষভাৱে জড়িত



থকা গোসাঁইসকল।[৪৩]

## শ্ৰীচৈতন্য ব্ৰাহ্মধৰ্মৰ প্ৰৱেশ

ইতিমধ্যে শ্ৰীচৈতন্য ধৰ্মই নগাঁৱত শিপা মেলিলে আৰু আন ঠাইলৈকো বিয়পি পৰিল। এই ধৰ্ম, ব্ৰন্সনৰ মতে, বাৰজন ভকতক শিষ্য তুলিবলৈ বুলি প্ৰচাৰৰ অৰ্থে পঠোৱাৰ পিছৰে পৰা আৰম্ভ হয়। তেওঁলোক একেশ্বৰবাদী—সৃষ্টি, স্থিতি, সংহাৰৰ তেৰেঁ গৰাকী। তেওঁলোকে মূৰ্তি পূজাৰ গৰিহণা দিয়ে, সেইদৰেই ভূত, প্ৰেত, পৰ্বত-পাহাৰ-উপত্যকাৰ দেৱ-দেৱীক নামানে। হিন্দু পুৰোহিত আৰু মনে-প্ৰাণে জাতিভেদ নামানে। শিষ্য হ'ব লাগিলেই গুৰুৱে বন্তি এগছি জ্বলাবলৈ কয় আৰু পিছত এইবুলি উপদেশ দিয়ে—'ঈশ্বৰ শক্তিহে। এই বন্তিৰদৰেই তেওঁ জ্যোতি; মূৰ্তি, ভূত-প্ৰেত, গছ কিম্বা আন একোৰে পূজা নকৰিবা, অকল তেওঁকহে পূজিবা।' মূৰত পানী এবাতি ঢালি তেওঁক শিষ্য বুলি সম্বোধন কৰা হয় আৰু এইবুলি কোৱা হয়—'যোৱা আৰু আনক এইবুলি উপদেশ দিয়াগৈ। বিনয়ী আৰু সহনশীল হ'বা। আনে নিন্দা কৰিলেও তুমি তেওঁক ঘূৰাই নিন্দা নকৰিবা। তোমাক আঘাত কৰা জনকো তুমি প্ৰত্যাঘাত নকৰিবা।'[৪৪]

আমেৰিকান মিছনেৰীসকলে ভালদৰে জানিছিল যে, অসমত ব্ৰাহ্ম-সমাজৰ প্ৰৱেশ তেওঁলোকৰ কৰ্মক্ষেত্ৰত ডাঙৰ অন্তৰায়। ব্ৰাহ্মসমাজৰ এগৰাকী অনুগামীৰ কাৰণে—'অসমৰ খ্ৰীষ্টধৰ্ম হ'ল যীশুবিহীন ধৰ্ম, কৃষ্ণবিহীন হিন্দুধৰ্ম আৰু মহম্মদ বিহীন মুছলমান ধৰ্ম। অদ্বিতীয়, একেজনেই ঈশ্বৰ, এক শক্তি, অসীম। গতিকে তেওঁৰ পূজাও সম্পূৰ্ণ আধ্যাত্মিক, সকলো বহিৰংগই বাহিক মাথোন। পবিমিতি, দয়া, ভ্ৰাতৃপ্ৰেম, কৰ্ম, বাক-সংযম আৰু তেওঁৰ প্ৰতি আৰু তেওঁৰ বিধানৰ প্ৰতি সৰ্বোচ্চ শ্ৰদ্ধাই এই শাখাৰ মূল—য'ত বাইবেল, কোৰাণ আৰু শাস্ত্ৰ নীতিৰ সমাহাৰ ঘটিছে।[৪৫] নগাঁৱতে এই ব্ৰাহ্মসমাজৰ ঘাই খুটি, আৰু আন ঠাইতো ইয়াৰ মূল অনুগামীসকল ঘাইকৈ

ডেকা হিন্দু বুদ্ধিজীৱীসকল ; এইসকলৰ ওপৰতে আকৌ বেপ্টিষ্টসকলে তেওঁলোকৰ ভৱিষ্যতৰ ভাৰসা কৰিছিল।

## ৰাতিখোৱা সম্প্ৰদায়

১৮৫৪ চনৰ মিছনৰ বাৰ্ষিক প্ৰতিবেদনত ৰাতিখোৱা সম্প্ৰদায়ৰ বিষয়েও উল্লেখ পোৱা যায়। ডেনফৰ্থে ব্ৰহ্মপুত্ৰৰ পাৰৰ বাছগোৱা গাঁৱত এই সম্প্ৰদায়ৰ লোক দেখিছিল। এইবিলাকৰ ভিতৰত ব্ৰাহ্মণ, শূদ্ৰ আৰু কছাৰী লোকো আছিল। নিশা তেওঁলোকে নিষিদ্ধ আহাৰ আৰু ভাতৰপৰা তৈয়াৰ কৰা লাওপানী গ্ৰহণ কৰিছিল। এই সম্প্ৰদায়ৰ বাদে আনলোকৰ প্ৰৱেশ নিষেধ। তেওঁ কোৱা মতে, তেওঁলোক বৰ গোড়া নাছিল। একেলগে বহি এনে ধৈৰ্য সহকাৰে ধৰ্মোপদেশ শুনিছিল যে এই লেখীয়া খ্ৰীষ্টান অসমৰ অন্যত্ৰ পোৱা টান।[৪৬]

## অসমীয়া মুছলমান

বেপ্টিষ্টসকলে এনেমত পোষণ কৰে যে—'অসমৰ মুছলমানসকল হিন্দু সকলৰদৰেই একে ডালৰ ; মুছলমানৰ আক্ৰমণৰ সময়ত ইছলামত শৰণ লোৱা সকলৰেই সৰহাংশ নাতি-পুতি।' গতিকেই মুছলমানসকলৰ সৰহভাগ আছিল বংগদেশৰ সীমা চুই থকা অঞ্চলত ; কিয়নো ইয়াতে মুছলমানৰ আক্ৰমণ সফল হৈছিল। নগাঁৱৰ আশে-পাশে মুছলমান শতকৰা ১০ ভাগ, গোলাঘাট আৰু যোৰহাটৰ মাজ অঞ্চলত জনসংখ্যাৰ শতকৰা ২৫ ভাগ আছিল।[৪৭] চাহাবুদ্দিন তালিচৰ মতকেই মিছনেৰীসকলে কিছু পৰিমাণে সমৰ্থন জনায় যে 'মুছলমানসকলৰ বহুতেই ইছলামৰ ধৰ্মমত মনাত বৰ দৃঢ় নহয়, অথবা তেওঁবিলাকনো কি, এই বিষয়েও জ্ঞান নাই।' তথাপি তেওঁবিলাক বহুদেৱতা আৰু মূৰ্তি পূজাৰ বিৰুদ্ধে এক হৈ আছিল। খ্ৰীষ্টান ধৰ্মৰ প্ৰতি তেওঁবিলাকৰ মনোভাৱো 'বৰং অনুকূল' বিধৰহে আছিল, বিৰোধৰ নহয়। ব্ৰাওনে অনুভৱ কৰিছিল, তেওঁলোকে বিচাৰিছিল পুৰণি টেষ্টামেণ্টৰ অংশৰ লগত নিউ টেষ্টামেণ্টৰ সম্পূৰ্ণাংশ, যাতে মহম্মদে যে তেওঁৰ শিকনিৰ



বহুলাংশ পুৰণি টেষ্টামেণ্টৰপৰা অনা বুলি ভবা কথা খাটাং হয়।[৪৮]

## জড়োপাসক

বেপ্টিষ্টসকলৰ তথ্যমতে, পাহাৰীয়া অঞ্চলৰ লোকসকল সাধাৰণতে জড়োপাসক। প্ৰতিজনৰে পৃথক পৃথক দেৱতা আৰু পৃথক উৎসৱাদিও। এইবোৰ পৃথিৱী, বায়ু কিম্বা অৰণ্যকেন্দ্ৰী। এইবিলাকক সন্তুষ্ট কৰিব নোৱাৰিলে সিহঁতৰ ৰোষ উপজিব আৰু সেয়ে হ'লেই তাৰ প্ৰকোপত পৰি তেওঁবিলাকৰ খেতি-বাতি নষ্ট পাব, তেওঁবিলাকৰ গৰু-পশুৱে পোৱালী নিদিব, তিৰোতাও বন্ধ্যা হ'ব। পাহাৰ আৰু ভৈয়ামত বসতি কৰা ভালেমান পাহাৰীয়ালোকে গাহৰী পোহা আৰু লাও-পানী আদি এৰি হিন্দু হ'ল। হুইটিঙে এই বিষয়ে লিখিছে : 'তেওঁলোক কোনো গোসাঁইৰ শৰণীয়া হ'লে বছৰি চাৰি অনাকৈ মাননি দি হিন্দু কৰা হয় ; অৱশ্যে তেওঁলোকক নিজা লোকৰ লগতো খোৱা-বোৱা কৰাত একো বাধা দিয়া নহয়। ন শৰণীয়াসকলক গাহৰী-কুকুৰা খাবলৈও দিয়া হৈছিল, যদিও এইটো আনপক্ষে নিষেধ আছিল। জনজাতি লোকসকল ঐহিক জীৱনটো লৈয়ে ব্যস্ত, পৰলৌকিক জীৱনৰ বিষয়ে তেওঁলোকৰ সিমান চিন্তা নাছিল। দৃষ্টান্তৰূপে কছাৰীসকলে নৱজন্ম, দেৱদূত কিম্বা কোনো শক্তিৰ কথা স্বীকাৰ নকৰিছিল। তেওঁলোকৰ মত হ'ল—আমাক খাবলৈ-পিবলৈ আৰু সুখী হ'বলৈ দিয়া, কিয়নো কাইলৈ আমি মৰিম।'[৪৯]

## মিছনেৰী আৰু অসমীয়া সমাজ

১৮৬৭ চনত অসমীয়া মানুহৰ ওপৰত মিছনেৰীৰ প্ৰভাৱৰ বিষয়ে মন্তব্য দি মিছেছ্ ব্ৰন্সনে কৈছিল— 'শিল লৰিল' (the stone is on motion)[৫০]। তেওঁ এনেদৰে সিদ্ধান্তত উপনীত হোৱাৰ গুৰিতে হ'ল— যি ছুগৰাকী পণ্ডিতে তেওঁক স্বামীৰ অভিধানৰ কামত সহায় কৰিছিল তাৰে এজন আছিল সংস্কৃতত ওজা ব্ৰাহ্মণ. হিন্দু শাস্ত্ৰও তেওঁৰ জিভাৰ আগত। সকলো পিনৰ পৰাই শ্ৰীমতী ব্ৰন্সনৰ এইকথা দৃঢ় হৈছিল যে তেওঁ এজন নৈষ্ঠিক হিন্দু। যদিও তেওঁৰ ধৰ্মান্তৰ

হোৱাৰ কোনো ইচ্ছা নাই, ভিতৰুৱাকৈ হোৱা আলাপ-আলোচনাত তেওঁ মানি লৈছিল যে শাস্ত্ৰত থকা সকলো কথাকে মানি নলয়; তেওঁ এজন ঈশ্বৰতহে বিশ্বাসী। আনজন অসমৰ যুৱক সমাজৰ এজন প্ৰতিনিধি, ৰীতি-নীতিত হাতে-ভৰিয়ে বন্ধা যদিও তেৰোঁ এইকথাত দৃঢ় আছিল যে নতুন ধৰ্মত— অৰ্থাৎ খ্ৰীষ্টধৰ্মত সত্য নিহিত হৈ আছে। তেওঁ ব্ৰন্সনৰপৰা এখন বাইবেল পুথি খুজি লৈছিল; কিন্তু ব্ৰন্সনক এই বুলিও অনুৰোধ কৰিছিল যে তেওঁৰ হাতত বাইবেল থকা কথা যেন গুপুতে ৰাখে।

সন্দেহ নাই, উনৈশ শতিকাৰ প্ৰায় মাজভাগৰপৰাই পাশ্চাত্য সভ্যতা আৰু মিছনেৰী প্ৰভাৱে কৌটিকলীয়া অন্ধবিশ্বাস, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰৰ মূলোচ্ছেদ কৰি অনুসন্ধান আৰু যুক্তিবাদৰ পথ মুকলি কৰে। গোড়ামী খোপনি পুতি আছিল; কিন্তু ইয়াৰ কঠোৰতা ক্ৰমে ক্ৰমে শিথিল হ'বলৈ ধৰিলে। ১৮৫৩ চনত নৈষ্ঠিক মণিৰামে এইবুলি খেদ কৰিছিল— 'সকলো জাত-পাত একেকঠি হোৱাত জনসাধাৰণ বৰ দুখ আৰু অনুশোচনাত পৰিল।'[৫১] গোড়া পৰিয়ালৰ ছাত্ৰইও নীহ-কুলীয়া ছাত্ৰৰ লগতে বহি পঢ়া-শুনা কৰা দেখা গ'ল, কিন্তু এনে কথাত ইয়াৰ আগতে ৰবকৈ বাধা দিয়া হৈছিল। ইংৰাজী পঢ়া বা খ্ৰীষ্টান পঢ়াশালিত অধ্যয়ন কৰাটোও সমাজৰ নিষিদ্ধ বিষয়-নোহোৱা হ'ল। কানি খোৱা, বিধৱা, বহুবিবাহ আদিৰ বিৰুদ্ধে তেওঁলোকে চলোৱা সংগ্ৰামৰ ফলত হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱাৰদৰে সমাজ সংস্কাৰক বেপ্টিষ্ট মিছনেৰীসকলৰ শিকনিবদ্বাৰা বাৰুকৈয়ে প্ৰভাৱান্বিত হৈছিল।

অসমত মহিলাৰ শিক্ষা-বিস্তাৰত মিছনেৰীসকলৰ অৱদান কম নাছিল। মহিলাক শিক্ষা দিয়াটো বিপদজনক বুলি সেই পৰ্যন্ত গণ্য কৰা হৈছিল আৰু লিখিব-পঢ়িব পৰা ছোৱালীক কোনেও বিয়া নকৰাইছিল। মৰ্যাদাবান লোকৰ পৰিবাৰে ঘৰ এৰি ওলাই নগৈছিল, কেতিয়াবা যাব লগা হ'লেও তেওঁলোক এনেদৰে গৈছিল যে আনৰ কথাই নাই, নিজৰ ঘৰৰ লোকেও দেখা নাপাইছিল। উচ্চ শ্ৰেণীৰ



লোকৰ ছোৱালী খ্ৰীষ্টানৰ পঢ়াশালিলৈ পঠোৱাৰ আগ্ৰহ নোহোৱা গুণত অসুবিধাত পৰি শ্ৰীমতী বাৰ্কাৰে বজৰুৱা ছোৱালী (bazar girls) ৰ ওপৰত নিৰ্ভৰ কৰিব লগা হৈছিল। ষ্টোডাৰ্ডৰপৰা জনামতে, ষাঠী দশকৰপৰা শিক্ষিত অসমীয়াই তেওঁলোকৰ ছোৱালী আৰু তিৰোতাক পঢ়াব লগা কথাৰ প্ৰতি অধিক আগ্ৰহী হে'ৱা দেখা যায়। তেওঁ মন্তব্য দিছিল—'আমি তেওঁলোকক পঢ়াশালিত গোট খুওৱাৰ পূৰ্বেই ঘৰে ঘৰে শিক্ষা দিব পৰাৰ সময় উপস্থিত হ'ল।' কলিকতাৰ মহিলা মিছনেৰী সমাজে দিয়াৰদৰে ঘৰে ঘৰে গৈ মহিলাক শিক্ষা দিবলৈও শিক্ষকৰ অভাৱে বাধাৰ সৃষ্টি কৰিছিল। সি যি কি নহওক, ১৮৬৭ চনৰ শেষৰ পিনে গুৱাহাটীত ছোৱালী স্কুল আৰম্ভ হৈছিল। ইয়াত ১৫ জনী ছোৱালী আছিল; আটায়ে উচ্চ শ্ৰেণীৰপৰা অহা।[৫২]

## নগৰৰ উন্নয়ন

জাৰ্নেল আৰু চিঠি-পত্ৰত নগৰ উন্নয়ন অথবা ব্ৰহ্মপুত্ৰ উপত্যকাৰ নগৰ চহৰৰ উন্নয়নৰ বিষয়ে যথেষ্ট পোহৰ পোৰা হয়। শদিয়া জিলাৰ সদৰ ঠাই আছিল শদিয়া। বহু আদিজাতিৰ মাজত আৰু স্বাস্থ্যকৰ জলবায়ুৰ মাজত থকা বাবে শদিয়াৰ গুৰুত্ব আছিল। ১৮৩৮ চনৰ অক্টোবৰত উজনি অসম হস্তান্তৰ হ'লত শদিয়াকে সদৰ ঠাই পতা হয়। পিছৰ বছৰত খাম্‌টি বিদ্ৰোহ আৰু সীমান্ত অঞ্চলৰ নিৰাপত্তাহীন অৱস্থাৰ নিমিত্তে (এই বিষয়ে আগেয়ে কোৱা হৈছে) বেপ্টিষ্টসকলে বুঢ়ীদিহিঙৰ পাৰৰ জয়পুৰত আভালৈ যোৱাৰ পথো সুচল কৰি খোপনি ল'বলৈ বাধ্য হয়।[৫৩] চাহ উৎপন্ন হোৱা এলেকা, কয়লা, লোণ পুঙৰ কাষত হোৱাত তেওঁলোকে ইয়াত বৰ্ধমান চহৰৰ সম্ভাৱনা দেখিলে। ইয়াৰ পিছত চিংফৌবিলাকৰ বিৰোধ আৰু জলবায়ুৰ প্ৰতিকুলতাই তেওঁলোকক মধ্য আৰু উজনি অসমৰ গুৰুত্বপূৰ্ণ নগৰ শিৱসাগৰলৈ আহিবলৈ বাধ্য কৰে।

১৮৪১ চনত জিলাৰ সদৰ যোৰহাটৰপৰা (শেষ আহোম ৰজাৰ ৰাজ-

ধানী) শিৱসাগৰলৈ নিয়া হয়। নাও চলাচলৰ বাবে সুবিধা থকা দিখৌ পাৰত অৱস্থিত হোৱাত শিৱসাগৰৰপৰা জলপথেৰে যাতায়তৰ সুচল। ছুঘণ্টা নাৱেৰে গ'লেই ব্ৰহ্মপুত্ৰ পাৰ পাৰি, ডিব্ৰুগড়লৈ ছুদিন আৰু যোৰহাটলৈ এদিন। আহোম ৰজাসকলে বন্ধা ভালেমান পথে শিৱসাগৰক জয়পুৰ, মটক আৰু আনকি গুৱাহাটীৰ লগতো সংযোগ কৰিছিল; অৱশ্যে তেতিয়া এইবোৰ এৰা পৰিছিল আৰু হাবিৰে ভৰপূৰ হৈছিল। কট্টাৰে মন্তব্য দিছিল—'পথবোৰ মেৰামতি কৰিলে গোটেই জিলাখন ওৰেবছৰ স্থল পথেদি চলাচলৰ সুচল হৈ পৰিব, কাষৰ গাঁওবোৰ আৰু কেউফালৰ খেতিপথাৰবিলাক পোৱা যাব।'[৫৪]

শিৱসাগৰত তেতিয়া আঠ হেজাৰতকৈ কম লোকৰ বসতি নাছিল আৰু ওচৰে-পাজৰে জনবহুল গাঁওবোৰ। কাছাৰী, জেলখানা, হস্পিটালৰ উপৰিও ইয়াত এখন চৰকাৰী স্কুলো আছিল। ইংৰাজী আৰু বঙলা ইয়াত পঢ়োৱা হৈছিল। এতিয়াৰদৰেই মিছনৰ চৌহদ আৰু কাৰ্যালয়ৰ ঘৰ-ছুৱাৰ শিৱসাগৰৰ দীঘল পুখুৰীৰ পাৰত অৱস্থিত। ব্ৰাওনে লিখিছে ঃ

> পুখুৰীৰ চকুত লগা জলভাগে প্ৰায় ১২০ একৰ জুৰি আছে। ১৭৩৩ চনত পুখুৰীটো খন্দা হয়। ইয়াৰ পাৰত তিনিটা মন্দিৰ, ইয়াৰে ডাঙৰটো শিৱৰ। শিৰত কলচী, ইয়াৰ ভালেমান ঠাইত বৰটোপৰ ডাগ। এইবোৰ মানহঁতৰ কাম; গুলীবোৰ মৰাত বহুতো লোক তত্তালিকে মৃত্যুৰ মুখত পৰে বুলিও কোৱা হয়। পুখুৰীটোত আচৰিতৰূপে পৱিত্ৰতা আৰোপ কৰা হয়। জাৰকালি ইয়ালৈ অহা বনৰীয়া হাঁহবোৰ মাৰিবলৈ দিয়া নহয়। থলুৱা লোকে বিশ্বাস কৰে যে পুখুৰীৰ ওপৰত চৰি থাকোঁতে হাঁহবোৰ কোনেও মাৰিব নোৱাৰে। পুখুৰী আৰু মন্দিৰৰ পৱিত্ৰতা নষ্ট কৰাৰ নিমিত্তে অনেকলোকৰ মৰণ হোৱা বুলি ভালেমান কাহিনীও চলন্তি আছে।[৫৬]

দিখৌ নদীৰ পাৰত শিৱসাগৰৰ 'আদি অসমীয়াই (আহোম) ক্ষমতা



আৰু প্ৰভাৱ কেন্দ্ৰ কৰি লোৱা ঠাই। ৰজাও সদায় আছিল ইয়াতেই আৰু ইয়াতেই নিভাঁজ অসমীয়া ভাষাটো কোৱা হয়।'[৫৭] জাৰকালি আহোম ৰজাসকলে শিৱসাগৰৰ পৰা ছুমাইল নিলগত থকা ৰংপুৰত বসতি কৰিছিল। বাৰ্কাৰে ইয়াত ছুটা মন্দিৰ পাইছিল। ১৮৪২ চনত বনৰীয়া জন্তুৰ খেল-ধেমালি চাবৰ বাবে ৰজাসকলে সজা ছুমহলীয়া (ৰং) ঘৰ, পুৰণি কাৰেঙৰ অৱশেষ আৰু কেইবাটাও আন আন ঘৰ। কাষৰ মন্দিৰটোত সুন্দৰ তাম-খটোৱা শিলত কটা দেৱালবোৰত বহুতো চিত্ৰ। এইবিলাকৰ ভিতৰত আছিল বিভিন্ন আকাৰৰ ন-গৰাকী অৱতাৰ, হাতী, ঘোঁৰা, বনৰীয়া জন্তু প্ৰভৃতি। ৰংপুৰ কিছু দ ঠাইত অৱস্থিত বাবে বাৰিষা ৰজাসকলে দিখৌৰ পাৰৰ গড়গাঁৱত বাস কৰিছিল। ব্ৰাওনে ইয়াত ভালদৰে সংৰক্ষিত কাৰেং এটাও দেখিছিল। তেওঁ ইটাৰে সজা ভালেমান ভগ্নাৱশেষ আৰু উচ্চ প্ৰাচীৰাবৃত সুৰক্ষিত নগৰখনৰ মুখত তোৰণ দেখা পাইছিল। নদীৰ ইটো পাৰত নাজিৰা। তেতিয়া ই আসাম চাহ কোম্পানীৰ সদৰ হিচাপে বাঢ়ি অহা নগৰ।[৫৮]

দিহৈ বা ভোগদৈ নৈৰ পাৰত ঠেক, একা-বেঁকা আৰু ঠায়ে ঠায়ে ছিগা হাবি-বনময় আলিবাটেৰে যোৰহাট নগৰ। ব্ৰাওনে কয়—কোম্পানীৰ লগত অসমৰ সম্পৰ্ক হোৱাৰ পৰা পুৰন্দৰ সিংহৰ ছত্ৰভংগ নোহোৱালৈকে ই আহোম ৰজাৰ বাসস্থান আৰু ৰাজধানী আছিল। ১৮৪১ চনত শিৱসাগৰলৈ জিলাৰ সদৰ যোৱাৰ লগে লগে যোৰহাটৰ গুৰুত্ব কমি আহিলেও ইয়াত বৰ্তমানো (১৮৪১) ৰাজপৰিয়াল আৰু একাংশ শিক্ষিত অসমীয়া বাস কৰে।[৫৯] তিতাবৰ, কাছাৰিহাট আৰু গোলাঘাট নগাৰ সৈতে কপাহ কাৰবাৰৰ ঘাই ঠাই। উত্তৰ পাৰত তেজপুৰ। নদীৰে গ'লে শিৱসাগৰৰপৰা এশ মাইল। এইখন অসমৰ ভিতৰতে স্বাস্থ্যকৰ ঠাই। দৰং জিলাৰ সদৰ। জিলাৰ জনবহুল ঠাইখন লৈ পঞ্চাশ মাইল আৰু দূৰলৈ—দেশ দৰং, বৰ্তমানৰ মঙলদৈ। ব্ৰহ্মপুত্ৰৰ উপনৈ এখনেৰে গ'লে পোৱা যায়।[৬০] ই জিলাখনৰ সদৰ আছিল; কিন্তু অস্বাস্থ্যকৰ হোৱা কাৰণে সদৰ পুৰ (Pura) বা তেজপুৰলৈ

উঠাই নিয়া হয়।

১৮৩৯ চনৰ ৰুঠাৰফৰ্ডে (Rutherford) নগাঁও জিলাৰ সদৰ বঙা-গড়াৰপৰা অস্বাস্থ্যকৰ বাবে কলংপাৰৰ নতুন গাঁও বা নগাঁৱলৈ উঠাই নিয়ে। খৰালি নগৰখন অতি বিতোপন বুলি ডেনকৰ্থে লিখিছে; কিন্তু বাৰিষা, 'এইখন পানীৰে বুৰ যায়, মানুহৰ ঘৰ দুৱাৰ পানীয়ে বেৰি ধৰে, নাও দুৱাৰ দলিলৈ আহে। বহুতে চাং সাজি লয়, অৱস্থা হৈ পৰে শোচনীয়; কিন্তু এনে অৱস্থা সহি সহি তেওঁলোক সুখী-সন্তোষিত যেন লাগে।'[৬১] (তুলনামূলকভাৱে) অধিবাসীবিলাক জনা-বুজা (enlightened) আৰু বেছিভাগেই মুছলমান। থলপথেদি পূবলৈ গ'লে নগাঁৱৰ পিছতে পোৱা যায় কলিয়াবৰ। ইয়াৰো মানুহ-বিলাক পৰিশ্ৰমী আৰু কৰ্মঠ। কট্টাৰে ১৮৪২ চনৰ ফেব্ৰুৱাৰী মাহত লিখিছিল— 'নগাঁৱৰ পৰা গুৱাহাটীলৈ ৭০ মাইল। ৩০ মাইলমান নিলগত থকা অঞ্চলত যিমান জনসংখ্যা আছে তেনে লোকবসতিয়ে মই দেখা সকলো অঞ্চলক চেৰ পেলাব।'[৬১]

গুৱাহাটী অকল কামৰূপ জিলাৰ সদৰেই নহয়, অসমৰ কমিছনাৰৰ বাসস্থান। চৰকাৰী সূত্ৰ মতে, ১৮৩১ চনত ইয়াৰ লোকসংখ্যা ৬ হেজাৰ, ১৮৪৯ চনত ডেনফৰ্থে উলিওৱা পৰিসংখ্যা অনুসৰি ৯ হেজাৰ হয়গৈ। সৰহভাগ অসমীয়া, দশমাংশ বঙালী আৰু কেইগৰাকীমান ইউৰোপীয় লোক।[৬১] সদৰ ঠাই হিচাপে ডিব্ৰুগড়ো ব্যৱসায়িক গুৰুত্ব থকা সকলো সম্প্ৰদায়ৰ লোক থকা নগৰলৈ উন্নীত হয়। হুইটিঙে দিয়া তথ্যমতে, ইয়াৰ অধিবাসী অসমীয়াৰ উপৰিও বঙালী, নেপালী, সৈন্য বাহিনীৰ মণিপুৰী লোক। বজাৰত খাচি, ন'ৰা, আবৰ, মিছিমি, মিৰি, নগা আৰু আন আন লোক পোৱা যায়। প্ৰত্যেকৰে নিজা নিজা দোৱান; কিন্তু ব্যৱসায় চলোৱা সকলোৰে অসমীয়াই একমাত্ৰ মাধ্যম।[৬৩]

১৮৭৪ চনত শ্বিলঙলৈ ৰাজধানী যোৱাৰ পিছত ১১ হেজাৰ জনসংখ্যাৰে সৈতে গুৱাহাটী নগৰ অসমৰ দুৱাৰমুখ স্বৰূপ হ'ল। ষ্টোডাৰ্ডে এইদৰে মন্তব্য কৰিছে—'গুৱাহাটী প্ৰকৃততে সৌন্দৰ্যৰে ভৰপূৰ ঠাই। মই



আচৰিত হাডছনতো ইয়াৰ নৈসৰ্গিক সৌন্দৰ্য চেৰাব পৰা ঠাইৰ নাম উল্লেখ কৰিব নোৱাৰোঁ।' ই কেইবামাইলো ধৰি ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে বিস্তৃত হৈ আছে, দুয়ো অংশৰ লগত দিনটোত কেইবাবাৰো পাৰাপাৰ কৰা ফেৰী জাহাজেৰে যোগাযোগ কৰা হয়। নগৰৰ উত্তৰ আৰু দক্ষিণত অসমীয়া, ৰাভা আৰু কছাৰী লোক বসতি কৰা গাঁওবোৰ, আনকি দক্ষিণত মণিপুৰী লোকো আছে। নগৰখনৰ লোকসকলৰ অসমীয়াৰ ভাল জ্ঞান আছে।[৬৪] বেপাৰৰ নিমিত্তে অহা অচিনাকী লোকো এই ভাষাৰ লগত চিনাকী হৈ পৰে। ১৮৫৩ চনতো অৰুনো-দইত (গুৱাহাটীৰ বিৱৰণ: সংখ্যা ৭, নং ৬, ১৮৫৩) প্ৰকাশিত এটা প্ৰবন্ধৰ পৰা জানিব পাৰি যে ইতিমধ্যে পকী কাছাৰী ঘৰ, ট্ৰেজাৰী আৰু বেজবৰ ব্ৰহ্মপুত্ৰৰ পাৰত সজা হৈছেই আৰু দীঘলী পুখুৰীৰ পাৰত কমিছনাৰৰ কাৰ্যালয়। কেণ্টনমেণ্ট আছিল বৰ্তমানৰ পল্টন বজাৰৰ কাষত আৰু লতাশিল আৰু ভৰলুৰ কাঠৰ দলঙৰ সিটো মূৰত আছিল দুটা পুলিচ চকী। ছয় একৰ মানৰ এলেকাত থকা মিছন চৌহদ ব্ৰহ্মপুত্ৰৰ পাৰত; কাষেদি চৰকাৰী পকী আলিবাট— ইয়াৰ কাষে কাষে একোজোপা প্ৰকাণ্ড গছ। সেইবিলাক নগৰখন শুৱনী কৰাৰ উপৰিও বছৰেকীয়া বানপানীৰ কবলৰপৰা ৰক্ষা পৰাৰ নিমিত্তেই ৰোৱা হৈছিল। তিনিখন উল্লেখযোগ্য বজাৰৰ ভিতৰত নগৰৰ দুমূৰে থকা দুখনে স্থানীয় লোকৰ চাহিদা পূৰণ কৰে, আনহাতে তৃতীয়খন গ্ৰেন্টাৰ্ছ ষ্টʼৰ এণ্ড এজেন্সিয়ে ইউৰোপীয় লোকৰ আৱশ্যকীয় সামগ্ৰীৰ যোগান ধৰে।[৬৫]

১৮৪৪ চনত ব্ৰাওনে কৈছিল যে অসমত ভ্ৰমণ কৰাটো কিমান কষ্টকৰ এইকথা (পশ্চিমীয়া) সভ্যদেশে বুজিব নোৱাৰে। তেওঁ এইবুলিও কৈছে: মই মোৰ সকলো কাঁহী (ডিছ), ৰন্ধা সঁজুলি, খোৱা বস্তু, বিছনা আদি লৈ যাওঁ......আলহী হিছাপে থাকিবলৈ ঠাই পাওঁ মাথোঁ নামঘৰত। ইয়াতে আমি মাটিত বিছনা পাৰো, আঠুৱা তৰো আৰু ৰাতিটো কটাই বিশ্ৰাম লওঁ।[৬৬] কুৰি বছৰৰ ভিতৰতে সকলো

পৰিৱৰ্তন হৈ গ'ল। বৈষয়িক সুখৰো সলনি হ'ল। ১৮৬৯ চনত গুৱাহাটীৰ পৰা এজন মিছনেৰীয়ে লিখিছিল— পলাশবাৰীত চৰকাৰে সজা বঙলা ঘৰত ৰাতি কটোৱা হ'ল—থকাৰ সা সঁজুলিৰ ভিতৰত ইয়াত এখন বিছনা, চাদৰ, এখন মেজ, দুখন চকী। ভ্ৰমণকাৰীৰ সুবিধাৰ্থে এটা পাকঘৰো সজা হৈছিল।[৬৭] পিছৰবাৰ ভ্ৰমণ কৰিবলৈ আহোঁতে ঢোপতলৰ এজন মৌজাদাৰৰ ঘৰত তেওঁ চাহপানী খাইছিল। তাত তেওঁ চীনা পিয়লা আৰু কাটা-চামোচ পাইছিল। ইয়াৰ পৰাই নাগৰিক জীৱনৰ ৰূপৰ কি পৰিৱৰ্তন হৈছিল ধৰিব পাৰি।[৬৮]

## অসমৰ পৰিৱৰ্তন

ব্ৰন্সনে লিখিছে:

> '৬০ দশকৰ আগভাগৰ পৰা অসমৰ গুৰুত্ব বহুতো বাঢ়ি আহিল। ব্ৰহ্মপুত্ৰ নদীত তিনিখন জাহাজ চলিল। সকলোপিনে মানুহে মাটি লোৱা দেখা গ'ল। গুৱাহাটীৰ কাষৰ পাহাৰত চাহবাগিচা পতা হ'ল। বংগৰ পৰা শদিয়ালৈকে উপত্যকাৰ মাজেদি চৰকাৰে এটা ডাঙৰ ট্ৰাংক ৰোড বান্ধিলে। বংগদেশক ছুই থকা টেলিগ্ৰাফে গুৱাহাটীকো সংযোগ কৰিলে।[৬৯]

১৮৪৬ চনত আৰু এক প্ৰতিবেদন অনুসৰি:

> যোৰহাট প্ৰভিন্সিয়েল আৰু ডিব্ৰু-শদিয়া নামেৰে দুখন ৰেলে ব্ৰহ্মপুত্ৰৰ ভিতৰুৱাল অঞ্চল ছুই চলিবলৈ ধৰিছে। মিছন যেতিয়া পোনতে আহিছিল এইদেশৰ নাৱত কলিকতাৰপৰা আহোঁতে তিনিমাহ লাগিছিল আৰু এতিয়া সপ্তাহত দুখন জাহাজে কলিকতাৰ পৰা মাল আৰু যাত্ৰী কঢ়িয়াই আনে। ধুবুৰীত কলিকতাগামী ৰেলত এখন ডাক-জাহাজে যোগাযোগ কৰে আৰু ফলস্বৰূপে ছদিনত উপত্যকাৰ উজনি অঞ্চল পাবগৈ পাৰি।[৭০]

ষ্টোডাৰ্ডে লিখিছিল:

> কেইবছৰমান আগতে আমি আমাৰ ডাকত চিঠি-পত্ৰ এমাহত এবাৰহে পাইছিলোঁ। (ঘৰৰপৰা) তিনি কি চাৰি মাহৰ মূৰতহে চিঠি-পত্ৰ পাইছিলোঁ। কালি (১৮৬৭ চনৰ ১৬ ছেপ্টেম্বৰ) আমি ৫ দিনত এখন চিঠি পালোঁ—ডাকত দিয়াৰ দুমাহ মানৰ কম দিনৰ ভিতৰত। আগতে বাতৰি কাকতবিলাক বোষ্টনত এমাহ ধৰি জমা হৈ থকাৰ পিছত একেলগ কৰি জাহাজেৰে কেপৰ মাজেদি পঠোৱা হৈছিল; এনেকৈ পঠোৱাৰ বাবে শেহতীয়া কাকত আমি এবছৰ পুৰণি হোৱাৰ মূৰতহে পাইছিলোঁ। এতিয়া আমি আমাৰ কাকত-পত্ৰ মাহেকীয়া হিচাপে পাওঁ প্ৰেছৰপৰা পঠিওৱাৰ দুমাহৰ মূৰত (আৰু) কোনো ৰাজনৈতিক গুৰুত্ব থকা বা-বাতৰি টেলিগ্ৰাফৰ যোগেদি পঠোৱা হৈছিল আৰু কলিকতাৰ-পৰা কম সময়ৰ ভিতৰত দিনটোতে পাওঁ। গুৱাহাটী আৰু কলিকতাৰ মাজত টেলিগ্ৰাফ লাইন বহুওৱা হৈছে, গতিকে তাঁৰ কৰিয়ে কোনো বাতৰি পঠাব পাৰোঁ, যদিহে অৱশ্যে ইয়াৰ খৰচ আপুনি (বৈদেশিক সচিব) দিব পাৰে।[৭১]



## ৰাজনৈতিক ঘটনা

চিঠি-পত্ৰ আৰু জাৰ্নেলৰ মাধ্যমত বেপ্টিষ্টসকলে তেওঁলোকৰ কাম-কাজত প্ৰভাৱ পেলোৱা ৰাজনৈতিক ঘটনাবোৰ বোৰ্ডৰ কৰ্তৃপক্ষক প্ৰায়ে জনাই আছিল। ১৮৩৬ চনৰ আগভাগত যেতিয়া ব্ৰাওন আৰু কট্টাৰ শদিয়া পাইছিলহি, তেতিয়া সীমান্ত অঞ্চলত অশান্তি চলিছিল। ভাৰপ্ৰাপ্ত বিষয়া লেফ্‌টেনাণ্ট চাৰ্লটনে (Lieutenant Charlton) বিদ্ৰোহী চিংফৌক দমন কৰিবলৈ যাওঁতে বেয়াকৈ আহত হৈছিল আৰু স্বাস্থ্য পুনৰুদ্ধাৰৰ অৰ্থে ছুটীত থাকিব লগা হৈছিল। গতি-গোত্ৰ আৰু বিষম কৰি মানহঁতেও সীমা এলেকাৰ জনজাতিহঁতৰ লগত যোগ দি সিবিলাকৰ হেৰোৱা ৰাজ্য উদ্ধাৰৰ চেষ্টা কৰিছিল। ১৮৩৮ চনৰ ১ জানুৱাৰী তাৰিখে ব্ৰাওনে লিখিছিল যে চিংফৌবিলাকে ঠায়ে ঠায়ে গড় মাৰিছিল। আৰু পিশ্বিগামৰ বৃটিছৰ সমৰ্থক বিচাগামক আক্ৰমণ কৰিছিল এক পুৰণি কাঁজিয়াৰ সূত্ৰ ধৰি। সৈন্যাধ্যক্ষ লেফ্-

টেনাণ্ট মিলাৰে (Miller) শত্ৰুৰ বিৰুদ্ধে অভিযান চলাই তেওঁবিলাকক ঘটুৱাবলৈ সমৰ্থ হৈছিল। কিন্তু তেওঁকো চিংফৌবিলাকে নিশা অতৰ্কিতে আক্ৰমণ কৰিছিল ; বিশ্বনাথৰ কেপ্টেইন হোৱাইটে (Captain White) সময়ত সহায় নকৰা হ'লে তেওঁৰো গতি বিষম হ'লহেঁতেন।[১২] একে বছৰৰ শেহৰপিনে শদিয়ালৈ সদৰ নিয়াত সীমাত থকা জনজাতিবিলাক বিশেষকৈ খাম্‌টিবিলাকো জ'কি উঠিছিল। ইয়াৰ পাছত যি ঘটনা ঘটিছিল, সেইবিষয়ে ১৮৩৯ চনৰ ৮ ফেব্ৰুৱাৰী তাৰিখে ব্ৰাওনে বোৰ্ডৰ সংশ্লিষ্ট সচিব গৰ্বাকীলৈ লিখা চিঠিত এনেদৰে বৰ্ণনা কৰিছে :

> ২৮ জানুৱাৰী পুৱা তিনি কি চাৰি বজাত এই চাউনী খাম্‌টিবিলাকে আক্ৰমণ কৰে⋯সৈন্যবোৰ আঘাত কৰি সিহঁতে পোনতে গড়টো আৰু অস্ত্ৰাগাৰ অধিকাৰ কৰে। ঠিক সেই সময়তে চাৰি কি পাঁচ দল খাম্‌টিয়ে কেউদিশৰপৰা আক্ৰমণ কৰি, ঘৰবোৰলৈ গুলী চলাই যাকে য'তে পালে হত্যা কৰিলে, পুৰুষ-মহিলা-শিশুও বাদ নপৰিল। গোটেই গাঁও আৰু চাউনী এলেকাত যেন জুইহে জ্বলিল। ⋯শেহত (কোম্পানীৰ) বোমা-বৰটোপ গৰ্জি উঠিল, কেইমিনিটমানৰ বাধাদানৰ পিছত শত্ৰুহঁত চৌদিশে পলাই-পত্ৰং দিলে।⋯কৰ্নেল হোৱাইটে গণ্ডগোল শুনিয়ে তেওঁ থকা ঘৰটোৰপৰা ওলাই আহিল আৰু খাৰঘৰলৈ যাব খোজোঁতেই শত্ৰুৱে ঘেৰি ধৰি তাতেই তেওঁক নিহত কৰে।

বৰ্ণনা ইমানেই হুবহু আছিল যে তেওঁ লিখিছিল :

> আমাৰ কেউকাষৰ দৃশ্য নিতান্ত ভয়াবহ। নিহত আৰু নিহত-প্ৰায় লোকবিলাক সকলোপিনে সিঁচৰতি হৈছিল ; সোমাবলৈ ঘৰ নোহোৱা হ'ল, শ শ লোকৰ জাৰৰপৰা হাঁত সাৰিবলৈ এখন কম্বলো নোহোৱা অৱস্থা। এই বৰ্ণনা মই লিখি থাকোঁতে, গছ-বিলাকত শগুণৰ ভীৰ, এইবিলাক বহুত ঠাইৰপৰা আহি মৰা শৰবোৰ খাবলৈ গোট খাইছিলহি। পিছদিনালৈ থকা মৰা শৰবোৰৰ কিছুমান কবৰ দিয়া হয়, কিছুমান নৈত পেলোৱা হয়। কিন্তু সকলো সংখ্যকেই নেদেখাকৈ ৰ'ল। অনেক হাবিত মৃত অৱস্থাতে থাকিল, কোনেও গমকে নেপালে।



২৯ মাৰ্চ তাৰিখে এই দুঃখজনক ঘটনাৰ বিশ্লেষণ কৰি তেওঁ লিখিছে :

> দেশখন অবিৰত আলোড়নৰ মাজত। খাম্‌টি, চিংফৌ, মিছিমি-বিলাকে একগোট হৈ লুটপাত আৰম্ভ কৰিছে, শান্তিপ্ৰিয় জনসাধাৰণক লৈ পলাইছিল ; আনহাতে চৰকাৰী ফৌজে শত্ৰুহঁতৰ অন্বেষণ কৰিছিল ; ভীষণ সংঘৰ্ষ হৈছিল আৰু ইয়াত খাম্‌টি আৰু চিংফৌসকলৰ অনেক হানি হৈছিল সম্প্ৰতি আমাৰ সম্ভাৱনা ক্ষীণ হৈছে ; অনেক অধিবাসী পলাল, আমি কাম-কাজ চলাবলৈ ইচ্ছুক হৈ থকা অঞ্চলৰ খাম্‌টিবিলাক থানবান হ'ল।

১৮৩৮ চনৰ ছেপ্টেম্বৰত ইতিপূৰ্বে দিয়া চিঠিত ব্ৰাওনে বোৰ্ডক যোৰহাটৰ ৰজা —অৰ্থাৎ পুৰন্দৰ সিংহক 'অত্যাচাৰ'ৰ গুণত আৰু 'চৰকাৰী ৰাজহ দিয়াত হেমাহি দেখুওৱা বাবে' পদচ্যুত কৰাৰ বিষয়ে জনাইছিল।[১৩] ১৮৪০ চনত ব্ৰাওনে বোৰ্ডৰ এইমৰ্মে দৃষ্টি আকৰ্ষণ কৰে যে—'আগৰ বছৰত মটক ৰজাৰ ৰাজ্য (মোৱামৰীয়াসকলৰ) শদিয়াৰ পৰা বুঢ়ীদিহিং পৰ্যন্ত কোম্পানীৰ হাতলৈ আহে আৰু যোৰহাট জিলা (শিৱসাগৰ) ইতিমধ্যে হস্তান্তৰ হোৱাত, সমগ্ৰ উজনি অঞ্চলেই অধীনলৈ অহাত, দেশীয় শাসকৰ কোনো অত্যাচাৰৰ ভয় নোহোৱা হ'লত মিছনৰ সন্মুখত এখন সুবিস্তৃত অঞ্চল মুকলি হৈ পৰিল।'

স্থানীয় কৰ্তৃপক্ষই পুৰন্দৰ সিংহই তেওঁৰ পূৰ্ব-পুৰুষৰ মৈদাম খান্দি অজস্ৰ ধন সোণ সংগ্ৰহ কৰা বুলি তোলা অভিযোগৰ খণ্ডন মিছনেৰী-সকলেই কৰিছিল। ব্ৰাওনে লিখিছিল—'নষ্ট হোৱাৰপৰা অৱশিষ্ট মৈদামবোৰ ৰক্ষা কৰাৰ অসমৰ্থ যেন গণ্য কৰি মৃত ৰজাই মৈদাম খান্দিছিল যাতে পূৰ্বপুৰুষৰ অস্থি গংগাত লগাব পাৰে।[১৪] আহোম ৰজাসকলৰ মৈদামৰ বিষয়ে অৰুনোদইৰ প্ৰথম সংখ্যাত বিশদ বিৱৰণ পোৱা যায়। বোৰ্ডলৈ এই খাতনি কাকতখন পঠাই ব্ৰাওনে লিখিছিল :

মৈদামত সোণ-ৰূপৰ পাত্ৰ, মণি-মুকুতা আদি থোৱা হয়, যিবিলাক বস্তু ৰজা জীয়াই থকা কালত ব্যৱহাৰ হৈছিল—সেইবিলাক যাতে পৰজন্মতো ভোগ কৰিব পাৰে। মৈদামবোৰ যথেষ্ট বহল, পুৰণিবিলাক কাঠেৰে নিৰ্মিত, এতিয়াৰ বিলাক ইটাৰে। যোৱা বছৰত অসমীয়া মানুহে ধন-সোণৰ আশাত মৈদাম খান্দিছিল। সেইকাৰণে এওঁলোকৰ বহুতো হঠাতে চহকী হৈ পৰিছিল আৰু ছমাহমান অতি উৎসাহিত আছিল; ৰাতি ৰাতিয়ে মৈদাম খন্দা হৈছিল। এতিয়া (১৮৪৬ চন) গাঁৱত এনে এটা মৈদাম পোৱা নাযায়, যিটো খন্দা হোৱা নাই।

অৰুণোদয়ত বৰ্ণনা কৰা তেৰটা মৈদামৰ বিষয়ে উল্লেখ কৰি ব্ৰাওনে স্বৰ্গীয় ৰজাৰ আদেশমতে এশটা বনুৱাই খন্দা গদাধৰ সিংহৰ মৈদামৰ-পৰা উদ্ধাৰ কৰা সামগ্ৰীৰ বিষয়ে লিখিছে :

> চৰাইদেওৰ (এই মৈদাম)টো ৯০ ফুট ওখ। মৈদামবোৰ ১০০ ফুট ওখলৈ উঠে। যিটো কোঠাত (ৰজাৰ) শ'টো থোৱা হয়, তাত ৰাজ সাজ-পোছাক, তেওঁৰ সোণ-ৰূপৰ কাঁহী-বাতি আৰু আন আন বাচন ৰখা হয় আৰু (লগতে) পৰজন্মত ৰজাক আলপৈচান ধৰিবৰ নিমিত্তে দুই-তিনিটা দাসকো তাতে জীয়াই জীয়াই ৰখা হয়। মোক এইবুলিও কোৱা হৈছিল যে যেতিয়া ৰজা গদাধৰৰ মৈদাম খন্দা হ'ল, তেতিয়া তাত পোৱা ধন-সম্পত্তিৰ ভৰত তিনিটা হাতীৰ কঁকাল ভাঙিল।[৭৫]

এই প্ৰতিবেদন বিলাকৰপৰা বুজা যায় যে তেতিয়াৰেপৰা মৈদাম খান্দি সম্পত্তিৰ যাতে লুটপাত হ'ব নোৱাৰে তাক তদাৰক কৰিবলৈ অভাৰছিয়াৰক দায়িত্ব অৰ্পণ কৰা হয়। সাধাৰণ বিশ্বাস আছিল যে ডাইনী আৰু ভূতে এইবোৰ আগুৰি থাকে আৰু এইবোৰ নষ্ট কৰিবলৈ কাৰো সাহস নহয়। কিন্তু এই প্ৰবন্ধ লিখা পণ্ডিত গৰাকীয়ে ১৭৬৬ শকাব্দ, অৰ্থাৎ ১৮৪৪ চনত মটকবিলাকে গড়গঞাৰ বুঢ়া ৰজাৰ মৈদাম খন্দা বুলি দিয়া বিবৃতি সত্য নহয়। ১৭৬২ শকত মিৰজুমলাৰ



অধীনত মোগল সৈন্যবাহিনীয়ে ভালেমান মৈদাম ভাঙি লুটপাত কৰে বুলি দেওধাই বুৰঞ্জীয়ে কয়। অকল এইকথাৰ নিমিত্তেই চক্ৰধ্বজ সিংহক শত্ৰুৰ বিৰুদ্ধে ৰণ দিবলৈ প্ৰস্তুত কৰে। ব্ৰাওনে লিখিছে— গুপ্ত সম্পত্তিৰ লোভত তেওঁৰ কন্যা ছোফিয়াৰ কবৰো তেওঁ অসমত থকা কালছোৱাত তিনিবাৰকৈ খন্দা হৈছিল।[৭৬]

চিপাহী বিদ্ৰোহ আৰু অসমত হোৱা ইয়াৰ প্ৰতিক্ৰিয়া সম্পৰ্কে মিছনৰ পুৰণি নথি-পত্ৰত চৰকাৰী তথ্য-পাতিৰ অনুকূল সাক্ষ্য পোৱা যায়। ১৮৫৭ চনৰ মাজভাগত গুৱাহাটীৰপৰা ডেনফ'ৰ্থে আমেৰিকাৰ কৰ্তৃপক্ষলৈ লিখিছিল :[৭৭]

> প্ৰায় সমগ্ৰ বংগৰ সৈন্যবাহিনী বিদ্ৰোহী হৈ পৰিছে। দিল্লী সিহঁতৰ কবলত। ভালেমান বিষয়া, মহিলা আৰু শিশুক সিহঁতে হত্যা কৰিছে। কোনো দেশীয় সেনাক বিশ্বাস কৰিব নোৱাৰি। কলিকতাৰ নাগৰিকসকলে ৰাজধানী ৰক্ষাৰ নিমিত্তে দলে দলে সংগঠিত হৈছে······মুঠতে আমি আগ্নেয়গিৰিৰ ওপৰত, আৰু পিছৰ ঘন্টাতে কি হ'বগৈ পাৰে আমি নাজানো। এতিয়ালৈকে অসম শান্ত; কিন্তু আমাৰ এই প্ৰদেশত ইউৰোপীয় সৈন্য এজনো নাই। অকল গুৱাহাটীতে এতিয়া ৬০০ দেশীয় সৈন্য আছে; এইবিলাকে যে বিদ্ৰোহীহঁতকহে হাত উজান দিব, তাত সন্দেহ কৰিবৰো একো নাই।······তথাপি বংগত কথাবোৰ বেয়ালৈ ঢাল নাখালে সম্প্ৰতি আমি নিৰাপদ বুলিবও পাৰোঁ।

১০ জুলাই তাৰিখৰ চিঠিত তেওঁ লিখিছে :

> বিদ্ৰোহ চলি আছে। প্ৰায় ৪৭,০০০ দেশীয় সৈন্য এতিয়া বিদ্ৰোহী। বাকীখিনিৰ ওপৰতো বিশ্বাস কৰিব নোৱাৰি।······ এইটো পৰিস্কাৰ হৈ পৰিছে যে ভাৰতত ইউৰোপীয় লোকৰ এজনৰো জীৱন নিৰাপদ নহয়, মুহূৰ্তৰ বাবেও, ইউৰোপীয় সৈন্য আছে বুলিহে ৰক্ষা।

তথাপি,

মই অসমত কোনো ৰকমৰ অশান্তি শংকা নকৰোঁ। যদিও ছসপ্তাহৰ পূৰ্বে প্ৰতিজন লোকেই তেওঁৰ বন্দুক গুলী ভৰাই সষ্টম কৰি লৈছিল, আক্ৰমণ হ'লেই পৰিকল্পনাও স্থিৰ কৰিছিল, আক্ৰমণ হ'ব বুলিও ভবা হৈছিল। ৬০০ টা চিপাহীৰ সন্মুখত ৩০ টা ইউৰোপীয় সৈন্য তন্তিৰ নোৱাৰিব বুলি মই শংকা কৰোঁ, বিশেষকৈ ইউৰোপীয় সৈন্যবিলাকে অনেক মহিলা আৰু ল'ৰা-ছোৱালীৰ জীৱনো ৰক্ষা কৰিব লাগিব।

মুছলমানবিলাকৰ ভূমিকা সম্পৰ্কত তেওঁ লিখিছিল :

মুছলমান লোকসকল বৰ অশিষ্ট (Impertinent) আৰু (সিবিলাকে) ন-শৰণীয়া খ্ৰীষ্টানবিলাকক কয় যে কোম্পানীৰ দিন উকলিছে, চাহাবক কচু-কটা দিয়া হ'ব (দোখোৰা-দোখৰ কৰা হ'ব) আৰু ইছলামৰ প্ৰতিষ্ঠা চিৰকলীয়া কৰা হ'ব।

আকৌ :

কালি (৪ জুলাই, ১৮৫৭) ধৰ্মপ্ৰচাৰ কৰা শুনি এজন মুছলমানে মোৰ এজন সহকাৰীক কৈছিল, কোম্পানী নোহোৱা হ'লে তেওঁৰ মূৰ কাটি পেলোৱা হ'লহেঁতেন আৰু ৰাতি নৌহওঁতেই সেই মূৰ নৈত পৰিলহেঁতেন।

নূৰ মহম্মদ, শেখ্ ভিকন্ আৰু চাউনীৰ আন আন বিষয়াই চাৰিং ৰজা কন্দৰ্পেশ্বৰ সিংহক সক্ৰিয়ভাৱে সহায় কৰাৰপৰা বঢ়িয়াকৈ বুজা যায় যে ডেনফ'ৰ্থৰ বিবৃতি সঁচা নহয়। সমৰ্থিত সাক্ষ্যৰ অভাৱত বাহাদুৰ গাঁও-বুঢ়া আৰু শেখ্ ফৰমুদে অসমত ইছলাম স্থাপন কৰিবৰ নিমিত্তে বিদ্ৰোহীৰ লগত হাত মিলোৱা বুলিও বিশ্বাস কৰিব নোৱাৰি।[৭৮] যি নহওক, বিদ্ৰোহীয়ে কৰা আয়োজন আৰু তাৰ সন্ত্ৰাস বহুদূৰলৈ বিয়পিছিল। শিৱসাগৰৰ জিলাধিপতি হলৰয়ড্ (Holroyd) চাহাবৰ পৰামৰ্শক্ৰমে ছুইটিঙে উত্তৰপাৰত আশ্ৰয় লৈছিল : সেই অঞ্চল তুলনা-



মূলকভাৱে নিৰাপদ আছিল। ২১ ছেপ্টেম্বৰত চিচিমখৰপৰা তেওঁ লিখিছিল-:

(শিৱসাগৰত) মানুহবিলাক বৰ উত্তেজিত হৈ পৰিছে। ইয়াৰ কাৰণ কি কোনেও ক'ব নোৱাৰে। কোনোৱে কয় নগা আহিছে; কোনোৱে কয় চিংফৌৱে দেশ ল'ব, আকৌ কোনোৱে কয় গুৰু (অৰ্থাৎ গোৰা পল্টন) কাষ চাপিছে—এইবিলাকো মানুহৰ ত্ৰাসৰ কাৰণ আছিল। থলুৱাইঁতে কাঁহৰ কাঁহী-বাতি আৰু বয়-বস্তু মাটিত পুতিছিল আৰু হাবিলৈ পলাবলৈ চাউল-পাতৰ টোপোলা বান্ধি লৈছিল।

ইতিমধ্যে ব্ৰন্সন আমেৰিকালৈ যাবলৈ নগাঁৱৰপৰা গুৱাহাটী পালেহি। ৩০ ছেপ্টেম্বৰত বিদ্ৰোহৰ ধৰণ কৰণ জনাই তেওঁ বোৰ্ডলৈ লিখিছিল :

সমগ্ৰ বংগদেশৰ দেশীয় সেনাবাহিনীত বিদ্ৰোহ শিপাল আৰু সকলোতে ফুটি উঠিল। চৰকাৰী ট্ৰেজাৰীৰপৰা অজস্ৰ টকা-পইচা লুট কৰা হ'ল আৰু অসংখ্য বৃটিছ বিষয়াক স্ত্ৰী-পুত্ৰ-কন্যাৰে বধ কৰা হ'ল। যোৱা চাৰিমাহত এই দেশত যি দেখা গ'ল, তাতকৈ বেছি হত্যাৰ কাহিনী কোনো বুৰঞ্জীৰ পাতত মই কেতিয়াও পঢ়া নাই। শেষত কি হ'বগৈ অকল ভগৱানেহে জানে।

আকৌ তেওঁ কৈছে :

কিছুদিনৰ ভিতৰতে (অনতিবিলম্বে) এটা দিনত ইউৰোপীয় বিলাকক হত্যা কৰাৰ বাবে চলোৱা এটা ষড়যন্ত্ৰ ধৰা পৰিছে। অসমৰ ৰজাক সিংহাসনত থাপিবৰো ই এক আঁচনি। অৱশ্যে দেশীয় সৈন্যবিলাকেই এই কামত আগ-ভাগ ল'ব লাগিব আৰু তেওঁবিলাকে দিল্লী আৰু হিন্দুস্থানৰ অন্যান্য অংশৰ বিদ্ৰোহী বিষয়াবিলাকৰ পৰা চিঠি-পত্ৰ পাইছিল।

১৮৫৮ চনৰ ৮ ফেব্ৰুৱাৰী তাৰিখে ছুইটিঙে প্ৰস্তুতিৰ প্ৰসংগত লিখিছিল :

প্ৰতিজন ইউৰোপীয় লোকক হত্যা কৰাৰ নিমিত্তে দিন স্থিৰ কৰা হ'ল। দৰাচন্দ্ৰতে মৃত্যু ঘটোৱা কামত হাত দিবলৈ তেওঁবিলাকে ৰণ-শিঙাৰ বাবেহে অপেক্ষা কৰি আছিল। যেতিয়া তেওঁলোকে কিবা এটা কাৰণবশতঃ বিশেষ বাৰ্তাৰ নিমিত্তে কেইদিনমানৰ কাৰণে ৰ'বলৈ সিদ্ধান্ত কৰে, তেতিয়াই অসম ৰক্ষা হ'ল।

অসমৰ ৰজাক আটক কৰা সম্পৰ্কত হুইটিঙে ১৮৫৭ চনৰ ২১ ছেপ্টেম্বৰত এনেদৰে বাৰ্তা দিছিল :

(যোৱা) ১০ কি ১১ তাৰিখে হলৰয়ড আৰু কেইটামান চিপাহীয়ে যোৰহাট ঘাটেদি গৈ নিশা চহৰত প্ৰৱেশ কৰে আৰু ডেকা ৰজাক গ্ৰেপ্তাৰ কৰে। চৰকাৰী আটক বন্দী হিচাপে তেওঁক গুৱাহাটীলৈ বিদ্ৰোহীমূলক যোগাযোগ কৰাৰ অপৰাধত পঠাই দিয়ে। তেওঁ একে সময়তে তিনিজন বঙালী আৰু এজন অসমীয়া ব্ৰাহ্মণক গ্ৰেপ্তাৰ কৰে।···আমি আশা কৰোঁ, ষড়যন্ত্ৰৰ ইয়ে মূদা মাৰিব।

ব্ৰন্সনে লিখিছিল :

আমি গুৱাহাটীলৈ নামি আহোঁতে পুৰণি ৰজাক আটক কৰি কলিকতালৈ জলপথেদি পঠোৱা হৈছিল। এশ একুৰি নাবিকেৰে সশস্ত্ৰ জাহাজ এখন বিদ্ৰোহী দমন কৰিবৰ কাৰণে উজনিলৈ পঠোৱা হয়। চৰকাৰৰ সৈন্যৰ অভাৱৰ বাবে নাবিকবিলাকক পঠোৱা হৈছিল।[৭৯]

নিৰাপত্তামূলক ব্যৱস্থা আৰু ষড়যন্ত্ৰকাৰী বিলাকৰ শাস্তিৰ ব্যৱস্থা সম্পৰ্কত হুইটিঙে ১৮৫৮ চনৰ ২০ ফেব্ৰুৱাৰীত লিখিছিল :

প্ৰায় ২০০ জন নাবিক উপত্যকাত আছে। ইয়াৰে ৬০ জন যোৰহাটত, ৪০ জন শিৱসাগৰত আৰু বাকীখিনি ডিব্ৰুগড়ত। ভালেমান চিপাহীক আজীৱন দেশান্তৰী কৰা হয়, কিছুমানক চাকৰিৰপৰা বৰ্খাস্ত কৰা হয়। কেইবাজনো অসমীয়াক আজীৱন



দেশান্তৰী কৰা হয়। ঘাই ষড়যন্ত্ৰকাৰী মণিৰামক কলিকতাৰপৰা ধৰি অনা হয় আৰু এতিয়া যোৰহাটত বিচাৰ চলি আছে। কোৱা হৈছে, তেওঁক ফাঁচী দিয়া হ'ব।

যেতিয়া নেতাসকলৰ কোনোৱে বিচাৰৰ কথা কৈছিল, তেতিয়া এ-কে গাৰ্ণীয়ে লিখিছিল : হলৰয়ডে বোলে কৈছিল—'পোনতে তোমালোকক ফাঁচী, তাৰপিছতহে বিচাৰ।'[৮০]

## মিছনেৰী আৰু কোম্পানী

বৃটেইনৰ ৰাজনৈতিক লাভালাভৰ লগত জড়িত নথকা গুণত আমেৰিকান মিছনেৰীসকলে বৃটিছ চৰকাৰৰ কাম-কাজৰ ক্ষেত্ৰত লোৱা নীতি সন্দৰ্ভত প্ৰায়ে সমালোচনাৰ মনোভাৱ গ্ৰহণ কৰিছিল। ১৮৬২ চনত হোৱা ফুলগুৰিৰ বিদ্ৰোহৰ বিষয়ে তেওঁবিলাকে সঠিক মূল্যোৎঘাটন কৰিছিল। তেওঁলোকৰ মতে, মূল কাৰণ আছিল কৰৰ অধিক বোজা, বিশেষকৈ আয় আৰু লাইচেন্স কৰ। অভিসন্ধিকাৰী লোকে এনেদৰে গুজৱ চলাইছিল যে এই ধন জনসাধাৰণক খ্ৰীষ্টধৰ্মত শৰণ লোৱাত খৰচ কৰিবলৈ মিছনেৰী বিলাকক দিয়া হ'ব। ব্ৰন্সনে লিখিছিল :

থলুৱা লোকসকল অস্থিৰ আৰু অধৈৰ্য হৈ পৰিছিল। ইয়াৰ নিমিত্তে নগাঁৱৰ ওচৰতে ঘটনা ঘটিছিল, দমন কৰা হ'লেও যাৰ ফলত মিঃ ছিংগাৰ (Mr. Singer) নিহত হৈছিল আৰু কিছু সময়ৰ বাবে বিদেশী অধিবাসীসকল বিপদাপন্ন হৈছিল,······ ঘটনাটো অসমত স্থিতি লৈ থকা সুপ্ত আগ্নেয়গিৰিৰ এক আভাস মাথোন।[৮১]

মিছনেৰীসকলে মদ বেপাৰীবিলাকক লাইচেন্স দিয়াত আৰু আবকাৰী কানিৰ প্ৰৱৰ্তন কৰা চৰকাৰী কাৰ্যৰ গৰিহনাও দিছিল।[৮২] হুইটিঙে কৈছিল (১৮৫৮ চনত) :

চৰকাৰে কোৱা মতে, আফু খেতি নষ্ট কৰিবলৈ উদ্দেশ্য লৈ আৰু সেই নিমিত্তেই ইয়াৰ ব্যৱহাৰ ক্ৰমে ক্ৰমে নিৰুৎসাহ কৰি-

> বলৈ নিজা দৰৱ (অৰ্থাৎ আবকাৰী কানি) প্ৰৱৰ্তন কৰে আৰু এতিয়া আমাৰ চৰকাৰী ট্ৰেজাৰীৰপৰাই বিক্ৰী কৰা হয়··· ফলস্বৰূপে, আশাকৰা মতেই, ইয়াৰ চাহিদা বহুতো বাঢ়িল। চৰকাৰী কাৰ্যই আন কৰাতকৈ কানিৰ প্ৰচলনহে বৃদ্ধি কৰিলে।····এইটো বস্তুৰ ব্যৱহাৰ কৰি আচল কানিয়াই কানি এৰিব বুলি কেতিয়াও আশা কৰিব নোৱাৰি।[৮২]

মিছনেৰীসকলে কোম্পানীৰ দিনৰ বিচাৰ-নীতি আৰু পুলিচৰ বিষয়েও কম সমালোচনা কৰা নাছিল আৰু তেওঁলোকৰ এনে দৃষ্টিভংগীৰ মিল ১৮৫৪ চনত মিলছলৈ ঢেকীয়াল ফুকনে দিয়া প্ৰতিবেদন 'পৰ্যবেক্ষণ'ৰ লগত পোৱা যায়। ওৱাৰ্ডে পুলিচ-প্ৰসংগত লিখিছে:[৮৩]

> এই বাহিনীয়ে জনসাধাৰণৰ ওপৰতে অকল বৰ্তি নেথাকে, বলেৰে বা ভয় দেখুৱাই ধনো লয়। কৰ্তৃপক্ষৰ বেজবিশিষ্ট পোছাক পৰিধান কৰি তেওঁলোকে ইচ্ছানুযায়ী দাবী চলায় আৰু সেই অজ্ঞ জনসাধাৰণৰ ইয়াৰ প্ৰতিৰোধ কৰাৰো ক্ষমতা নাই। দেশীয় বিষয়াসকল কিমান দুৰ্নীতিপৰায়ণ আৰু অত্যাচাৰী হ'ব পাৰে, এইবিষয়ে এজন অচিনাকী আগন্তুকে ভু পোৱাটো টান, আৰু তথাপি সৰহভাগেই শাস্তি নোপোৱাকৈ সাৰি যায়।

ন্যায়বিচাৰ পোৱাৰ ক্ষেত্ৰতো তেওঁ লিখিছে:

> এইটো দৰিদ্ৰ জনসাধাৰণে ঢুকি পাব নোৱৰা বিলাসিতা। গতিকেই তেওঁলোকে কাছাৰীলৈ যোৱাতকৈ ধৈৰ্য ধৰি সহি থকাটোকে বাছি লয়, বিশেষকৈ অৰ্থ আৰু প্ৰতিপত্তি থকা শ্ৰেষ্ঠজনৰ বিৰুদ্ধে হ'লে কথাই নাই; কিয়নো তেওঁলোকে মিছা সাক্ষী তেওঁলোকৰ বিৰুদ্ধে থিয় কৰাব পাৰে আৰু কাছাৰীৰ লোকক ভেটী দি হাত কৰিবও পাৰে। এতেকে ইউৰোপীয় দণ্ডাধীশৰ ওচৰতো ন্যায় লাভৰ আশা নাই।

দোষযুক্ত পদ্ধতিয়ে (defective procedure) ন্যায়বিচাৰ পোৱাত জটিলতাৰ সৃষ্টি কৰে। কিয়নো—



> গোচৰ কাছাৰীত উঠালৈকে তেওঁলোকে সঘনে এমাহ বা দুমাহো ঘৰৰপৰা আঁতৰি থাকিব লাগিব; আনকি কৃতকাৰ্য হ'লেও তেওঁলোকে নিজকে কোনো প্ৰতিশোধৰ পাত্ৰ কৰি তুলিলে, যিটো হেজাৰ ধৰণে সফল হ'ব পাৰে, পীড়িতজনৰ শিৰত টোপটোপকৈ পানী পৰাৰদৰেই ই হ'বগৈ পাৰে। আচল কথাটো হ'ল—পাকৈত ইউৰোপীয়ান বিষয়াৰ সতৰ্কতা সত্বেও থলুৱা বিষয়াসকলে তেওঁলোকৰ ইচ্ছানুকূলে সকলো ঠিক কৰি ল'ব পাৰে—বিশেষকৈ সদৰৰ পৰা আৰু ইউৰোপীয়সকলৰ বাসভৱনৰপৰা নিলগত হ'লেই এইবোৰ ঘটাত বাধা নহয়।

গতিকে জিলা দণ্ডাধীশসকলে প্ৰায়ে থলতে ব্যক্তিগতভাৱে গোচৰবোৰৰ তদন্ত কৰে, মৌখিকভাৱেই। গোচৰৰ প্ৰকৃতি সম্বন্ধে লিখি গুৱাহাটীৰ দণ্ডাধীশ ই-টি ডেলটনৰ (E.T. Dalton) লগত কেতিয়াবা সংগীৰূপে গৈ অভিজ্ঞতা লাভ কৰা ডেনফ'ৰ্থে মন্তব্য দিছে যে, 'গোচৰ এবাৰ তৰিলেই এৰা নাযায়।' ইয়াৰে কিছুমান অৱশ্যে সাধাৰণ ধৰণৰ, যেনে—এজন লোকে নিজৰ তিৰোতাক মাৰধৰ কৰিলে নাইবা তিৰোতাই স্বামীক পৰিত্যাগ কৰিলে, গৰু-ছাগলী দি ছোৱালী বিয়া কৰালে, ছোৱালীৰ অভিভাৱকে সেইবোৰ নল'লে। ডাঙৰ গোচৰ হ'ল—মাটিৰ সীমা আৰু স্থানীয় কৰ আদায়কাৰীৰ বিৰুদ্ধে অভিযোগ।[৮৪]

আমেৰিকান মিছনেৰীবিলাক বৃটিছ কৰ্তৃপক্ষৰ ভাষানীতিক গৰিহণা দিয়াত একমত আছিল। এই বিষয়ে সকলো উজাৰি দি মিছেছ্ এফ-এইছ ব্ৰন্সনে (Mrs. F.H. Bronson) এনেদৰে মন্তব্য দিয়ে:

> বৃটিছ শাসকসকলৰ হাতত প্ৰদেশখনে দুৰ্ঘোৰ অন্যায় ভোগ কৰিছে। অসমীয়া ভাষাটো বঙলাৰ অপ্ৰভ্ৰংশ বুলি লোৱা ধাৰণাৰে চৰকাৰে জনসাধাৰণক তেওঁলোকৰ আৱেদনবোৰ বিদেশী ভাষাৰে দিবলৈ বাধ্য কৰে আৰু ল'ৰা-ছোৱালীবিলাকক যিকণ জ্ঞান আহৰণ কৰিব খোজে তাকো দিয়া হয় এটা অচিনাকী ভাষাৰে—অৰ্থাৎ বঙলা ভাষাৰে। পীড়িত খেতিয়ক এনেদৰেই কাছাৰীৰ

দোভাষীৰ অনুকম্পাৰ ওপৰত নির্ভৰশীল, তাকো এনে এখন দেশত য'ত ভেটী 'লোৱা আৰু মিছা কোৱাটো নিয়ম; ব্যতিক্রম নহয়। আকৌ বিশ্বৰ সূর্য, চন্দ্র আৰু তৰাৰ বিষয়ে সামান্য জ্ঞান আহৰণ কৰিবলৈ ইচ্ছুক হোৱা শিশুটোৱেও পোনতে কেইমাহমান এনে এটা ভাবাৰ মাধ্যম শিকোঁতেই অতিবাহিত কৰিব লাগিব। দুয়োটা ভাষা একেটা মূল সংস্কৃতৰপৰা উদ্ভৱ হোৱা হেতুকে বর্ণমালা একেই, আৰু অৱশ্যে শব্দ কিছুমানতো মিল আছে······(কিন্তু) ক্রিয়া আৰু বিশেষ্যৰ, সেইবিলাকৰ প্রয়োগ আৰু কালৰ সম্পূর্ণ অমিল আৰু সাধাৰণ শব্দবিলাকো বেলেগ।[৮৫]

## উপসংহাৰ

মিছনেৰীসকলৰ জার্নেল আৰু চিঠি-পত্রত সেইকালৰ চৰকাৰী কার্যকলাপৰ প্রসংগ বেছি পোৱা নাযায়। কিয়নো তেওঁলোকে প্রত্যক্ষভাৱে জনা ঘটনা আদিহে, নহ'লে তেওঁলোকৰ জীৱন আৰু জলবায়ুৰ লগত জড়িত থকা বিষয়ৰ ওপৰতহে মন্তব্য কৰিছিল। এইবিলাকো মুখ্য উদ্দেশ্য—ধর্ম প্রচাৰৰ কথাৰ ওপৰত দৃষ্টি ৰাখিহে লিখিছিল। তেওঁলোকৰ তথ্য-পাতি সেইবাবেই ভাৰতীয় ধর্ম, সমাজ আৰু প্রতিষ্ঠানৰ বিৰুদ্ধে আৰু তেওঁলোকৰ নিজা ধর্ম, সমাজ আৰু প্রতিষ্ঠানৰ প্রশংসাৰে ভৰপূৰ আছিল। উনৈশ শতিকাৰ ধাৰণা— বগালোকৰ দায়িত্ব (white men's burden)ৰ বিষয়ে এনেবিলাক প্রতিষ্ঠানত উল্লেখ কৰা হয়। যি নহওক, সূক্ষ্মদর্শী জনে বেপ্টিষ্টসকলৰ ঐতিহাসিক লিখনিত সেইকালৰ সমাজ, অর্থনীতি আৰু সাংস্কৃতিক বুৰঞ্জীৰ যথেষ্ট সমল পাব পাৰে আৰু আধুনিক অসমৰ বুৰঞ্জী ৰচনাৰ ক্ষেত্রত এইবিলাক যে চৰকাৰী নথি-পত্রৰ সংশোধিত আৰু সাব্যস্তকাৰী সাক্ষ্য, তাক কোনোপধ্যে অস্বীকাৰ কৰিব নোৱাৰি।

আমেৰিকান মিছনেৰীসকল উত্তৰ-পূব সীমান্ত অঞ্চললৈ অহাৰ একমাত্র উদ্দেশ্য আছিল—অসমৰ পর্বত আৰু ভৈয়াম অঞ্চলত যীশুখ্রীষ্টৰ বাণী প্রচাৰ কৰা। পাহাৰীয়া লোকসকলৰ মাজত সিবিলাকৰ উদ্দেশ্যে আশা কৰাতকৈ বেছি পৰিমাণে সফল হৈছিল, যদিও অবিৰাম ত্যাগ আৰু পৰিশ্রমৰ বিনিময়তো অসমীয়া সমাজে খ্রীষ্টধর্ম গ্রহণ নকৰিলে। তথাপি অসমীয়া ভাষাৰ স্বতন্ত্র অস্তিত্ব স্থাপন কৰাত আৰু অতীত ঐতিহ্য সংৰক্ষণ কার্যত বেপ্টিষ্টসকলৰ বৰঙণি অদ্বিতীয়। ব্রাওন-ব্রন্সনৰ অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নয়নকল্পে সম্পূর্ণ সমর্থন আৰু অৱদান অবিহনে ছাৰ জর্জ কেম্পবেলে অসমীয়াসকলৰ দাবী মানি ল'লেহেঁতেন বুলি আমাৰ গভীৰ সন্দেহ। এইক্ষেত্রত তেওঁলোকৰ ভূমিকা ভাৰতীয় ৰাষ্ট্রীয় কংগ্রেছৰ জন্মৰ বাবে

এলান্ অক্টেভিয়ান হিউমৰ ভূমিকাৰ লগতহে ভালদৰে বিজাব পাৰি। অকল তেওঁলোকে অসমীয়া ভাষাক যথোচিত স্থানলৈ আনিয়ে এৰা নাছিল; পাশ্চাত্যৰ দ্বাৰ মুকলি কৰি তেওঁলোকে অসমীয়া সাহিত্যৰ নৱজাগৰণৰ পথ প্ৰশস্ত কৰে। তেতিয়াৰেপৰা ইউৰোপীয় সাহিত্য-ধাৰা প্ৰৱৰ্তিত হ'ল, প্ৰকাশিকা শক্তিসম্পন্ন গদ্যৰ বিকাশ ঘটিল, নাটক, উপন্যাস, চুটিগল্প, জীৱনী-সাহিত্যৰ সৃষ্টি হ'ল; সৰ্বোপৰি সাংবাদিকতাৰ আৰম্ভ হ'ল। পাশ্চত্যৰ প্ৰভাৱে বিচাৰক্ষম দৃষ্টিভংগী গঢ়ি তুলিলে, তেতিয়াৰ ঐতিহ্য, আচাৰ-ৰীতি, বিশ্বাসৰ নতুন বিচাৰ আৰম্ভ হ'ল, আৰু তাৰদ্বাৰা উনৈশ শতিকাৰ শেহভাগত অসমীয়া জাতিৰ নতুন চেতনা জাগৃত হৈ পৰিল।

গাৰো আৰু নগাবিলাকৰ মাজত বেপ্টিষ্টসকলে ধৰ্মপ্ৰচাৰৰ ক্ষেত্ৰত কৃতকাৰ্যতা লাভ কৰাৰ উপৰিও তেওঁলোকক আদিম কু-অভ্যাসৰ পৰাও মুক্ত কৰে। নগাবিলাকৰ ওপৰত তেওঁবিলাকৰ প্ৰভাৱৰ বিষয়ে মন্তব্য দি ড° সূৰ্য্য বৰপূজাৰীয়ে লিখিছে:

> মিছনেৰীসকলে নগাবিলাকৰ নৈতিক আৰু বৈষয়িক উন্নয়ন অৰ্থে গীৰ্জা, পঢ়াশালি আৰু হাস্পতাল স্থাপন কৰে। নগাবিলাকে শান্তি, সহিষ্ণুতা, চুবুৰীয়াৰ লগত শান্তিপূৰ্ণ সহাৱস্থানৰ মূল্য উপলব্ধি কৰে। স্মৰণাতীত কালৰে পৰা অভ্যস্ত হৈ থকা মূৰ কটা আৰু আভ্যন্তৰীণ ৰিবাদ-বিৰোধবোৰো অতি কম হৈ পৰিল। তেওঁলোকে শিক্ষা, স্বাস্থ্যবিধি, সুস্থ জীৱনধাৰাৰ মূল্যও বুজিব ধৰিলে। সাৰ্বজনীন ভ্ৰাতৃত্বৰ খ্ৰীষ্টীয় ধাৰণা আৰু শিক্ষাৰ বিস্তাৰে তেওঁলোকৰ দৃষ্টিভংগী প্ৰসাৰ কৰে আৰু অধিকতৰ অৰ্থনৈতিক সা-সুবিধা লাভৰ বাবে ক্ৰমাগতভাৱে অধিকসংখ্যক নগালোকে ভৈয়ামৰ লোকসকলৰ দৰেই চাহ বাগিচা-নগৰত কামত হাত দিয়ে। ফলস্বৰূপে, নগাবিলাকৰ মাজত বিচ্ছিন্নতা-বোধ নোহোৱা হ'ল আৰু ৰাষ্ট্ৰীয় জীৱনৰ ঘাই সুঁতিৰ লগত যোগ হ'বৰ ক্ষেত্ৰও প্ৰস্তুত হৈ পৰিল।[৮৬] সম্প্ৰতি খ্ৰীষ্টান মিছ-



> নেৰীসকলেই পূৰ্বোত্তৰ ভাৰতৰ পাহাৰীয়া লোকসকলক উচতাই ঘাইকৈ ৰাজনৈতিক অস্থিৰতা সৃষ্টি কৰা বুলি অভিযোগ অনা হৈছে। আনকি, ভি-এলুইনৰ লগত সুৰ মিলাই পূৰ্বৰ প্ৰধান মন্ত্ৰী নেহৰুৱেও এসময়ত বিশ্বাস কৰিছিল যে স্বাধীনতাৰ উত্তৰ কালত পাহাৰীয়া এলেকাত খোপনি পুতি মিছনেৰীসকলৰ একাংশই 'খ্ৰীষ্টান ৰাজ্য' স্থাপনৰ বাবে পৰিকল্পনা কৰিছে।[৮৭] অৱশ্যে এসময়ত অসমৰ 'বহিৰ্ভূত এলেকা' (extended areas), ব্ৰহ্মদেশৰ পাহাৰীয়া অঞ্চল গোটাই স্বতন্ত্ৰ পাৰ্বত্য ৰাজ্য গঠন কৰাৰো এটা প্ৰস্তাৱ কৰা হৈছিল। সীমান্ত অঞ্চলৰ বিষয়া আৰু বৃটিছ চৰকাৰৰ লগত যথেষ্ট চিঠি-পত্ৰৰ আদান-প্ৰদানো হৈছিল। ভাৰতৰ স্বাধীনতাৰ আগমুহূৰ্তত ভাৰতৰ জনজাতীয় অঞ্চলত হস্তক্ষেপ কৰাৰ বাবে ইণ্ডিয়া অফিচৰ অনিচ্ছাৰ বাবে অৱশ্যে সেই আঁচনি পৰিহাৰ কৰা হয়। প্ৰস্তাৱিত ৰাজ্য খ্ৰীষ্টান ৰাজ্য হ'ব বুলি অথবা ইয়াত বিদেশী মিছনেৰীসকলৰ হাত থকাৰ কোনো সাক্ষ্য নাই। চৰকাৰী নথি-পত্ৰৰ উপৰিও স্থানীয় মিছনেৰী আৰু তেওঁলোকৰ ইটালি, ফ্ৰান্স, জাৰ্মেনি, গ্ৰেট বৃটেইন আৰু মাৰ্কিন যুক্তৰাজ্যত থকা কৰ্তৃপক্ষৰ লগত হোৱা চিঠি-পত্ৰবিলাক ভালকৈ অধ্যয়ন নকৰাকৈ কোনো নিৰপেক্ষ পৰ্য-বেক্ষকে মন্তব্য দিব নোৱাৰে।

বৃটিছৰ এইদেশলৈ আগমনৰ লগে লগে খ্ৰীষ্টধৰ্মৰ প্ৰচাৰ-কাৰ্য আৰম্ভ হ'লেও, আগেয়ে উল্লেখ কৰা হৈছে যে, পূৰ্বোত্তৰ অঞ্চলত কথাটো সুকীয়া আছিল। ইয়ালৈ স্থানীয় কৰ্তৃপক্ষইহে মিছনেৰীসকলক আহ্বান জনাইছিল। তেওঁবিলাকৰ দৃঢ়বিশ্বাস আছিল যে সীমান্তৰ দুৰ্দান্ত জনজাতিবিলাকক ধৰ্মপ্ৰচাৰৰ বাহিৰে আন উপায়ে শান্ত কৰা সম্ভৱপৰ নহয়।' মিছনেৰীসকলেও চৰকাৰী নীতিৰ সমৰ্থক নহ'লে সিবিলাকৰ প্ৰচাৰ-কাৰ্যত অগ্ৰসৰ হ'ব নোৱাৰিব—এইকথা উপলব্ধি কৰিছিল। কৰ্তৃপক্ষৰ লগত সময়ত বিবাদ আৰু বিৰোধ ঘটিলেও তেওঁলোকে

বৃটিছ আৰু পিছৰ ভাৰত চৰকাৰৰ প্ৰতি আনুগত্য অটুট ৰাখিছিল। ধৰ্মপ্ৰচাৰ কাৰ্যত মাজে-সময়ে তেওঁলোকে অখ্ৰীষ্টসকলৰ ধৰ্ম আৰু ৰীতি-নীতিৰ কটু সমালোচনা কৰিছিল—এইটো সঁচা ; কিন্তু মিছনেৰী-সকলৰ, বিশেষকৈ আমেৰিকাৰ মিছনেৰীসকলৰ কিছু মূল নথি-পত্ৰ পৰ্যবেক্ষণ কৰি আমাৰ ধাৰণা—তেওঁলোকে কেতিয়াও জনজাতীয় লোকৰ ৰাজনীতিত হেতা-ওপৰা কৰা নাছিল। এতিয়াও বিশেষ দায়িত্বসম্পন্ন লোকে বৃটিছ অথবা তেওঁলোকৰ এজেণ্টসকলে ভাৰতত কৰি যোৱা কামৰ সমালোচনা কৰাটো এক প্ৰৱণতাত পৰিণত হৈছে। এইকথা সততে মনত ৰখা উচিত, এই মিছনেৰীসকলৰ ভাৰতলৈ অহাৰ উদ্দেশ্য আছিল ধৰ্মপ্ৰচাৰ কৰা, ৰাজ্য-বিস্তাৰ কৰা নহয়। পূৰ্বোত্তৰ অঞ্চলৰ জনজাতীয় লোকক আদিম আৰু অতিশয় পিছপৰা অৱস্থাৰপৰা উদ্ধাৰ কৰাৰ উপৰিও অসমীয়া জাতিৰ এক সন্ধিক্ষণত নতুন চেতনা জগাই নৱজাগৰণৰ পথ সুগম কৰা সত্বেও সিবিলাকৰ বিৰুদ্ধে অপবাদৰ অভিযান চলোৱাতো অযুক্তিকৰেই নহয়, অকৃতজ্ঞতাৰো নিদৰ্শন।

॥ পৰিশিষ্ট ॥

## প্ৰথম অধ্যায়

1. Dodwell, H. H., *Cambridge Modern History*, vi, p.122.
2. Thomas, P., *Christians and Christianity in India and Pakistan*, p. 177.
3. *Ibid.*, p. 185.
4. Nalini Natarajan, *The Mission Among the Khasis*, p. 60.
5. *Serampur Periodical Account*, 1834, p.54; *Ibid*, 1836. Robinson Papers; Letter Bronson, 6 June 1837.
6. *BJP* (Criminal), 30 September 1819, No. 72 ; *FPP*,1846, 14 March, No. 48.
7. *Ibid*.
8. *Ibid*.
9. 'Mission to the Shans', *BMM*, 1836, p.p. 19ff.
10. Gammell, 'Mission in Assam', *History of the American Baptist Mission*, p.p. 211-6.
11. *Ibid* also *Journal*, Brown 23 March 1836.
12. *Ibid*, 26 March 1836.
13. *The Whole World Kin*, p. 131 ; *Journal*, Brown 2 May 1836.
14. ĀSĀM, *Annual Report*, *BMM*, 1838, pp. 147-8.
15. *Journal*, Brown 6 March 1838.
16. *Ibid.*, 7 March 1838.
17. *Letter*, Brown and Cutter, 10 May 1838.
18. 'Domestic Circular', *BMM*, 1838, p. 261.
19. Barpujari, H. K., *Assam : In the Days of the Company*, (1980) pp. 131-2, also *Letter*, Brown 8 February 1839.
20. *Ibid*.
21. Sword, V H., *The Baptists in Assam*, p.59.
22. *Journal*, Bronson 9 January 1839; *Jubilee Papers*, p. 254.
23. *Ibid*, 10 January 1839.
24. *Ibid*.
25. নগাবিলাকৰ ব্যৱহাৰত সুখী হৈ ১৮৪০ চনৰ পহিলা জানুৱাৰীত ব্ৰন্সনে বোৰ্ডলৈ লিখিছিল—'Notwithstanding all their fears, prejudices and apparent disinclination to books, there are evidences and encouragements amounting almost to certainity that they will in due time become a reading and religious people.'

26. Gammell., *op.cit.*, p. 218.
27. অৰ্থনৈতিক কাৰণেই যে নগাসকলৰ শিক্ষাৰ প্ৰতিবন্ধক হৈছিল, সেই বিষয়ে খুনবা ওৱে ব্ৰন্সনক কৈছিল— 'They are trained to bear burdens, to bring wood and water and to make the salt by which we (Nagas) gained our subsistence. If they learn to read and sew, they must give up these labours and remain at home; then who will do this work; as it our business to watch the village, hunt deer and fight our enemies?' *Journal*, Mrs Bronson 6 April 1851; also *Letter*, Bronson 1 April 1840.
28. *Letter*, Bronson 1 January 1851; '*Journal*, Mrs Bronson 22 March 1841.
29. *Ibid.*
30. Letters, Bronson 25 August ; 4 October, 1840.
31. ব্ৰন্সনে যাত্ৰা কৰাৰ আগে আগে খুনবাও আৰু আন আন নগা তেওঁৰ থকা ঘৰলৈ আহি তেওঁক অনুৰোধ কৰিছিল যাতে তেওঁ ভৈয়ামত বেছিদিন নাথাকি শীঘ্ৰে ঘূৰি আহি আধৰুৱা কামখিনি সম্পন্ন কৰেহি। খুনবাৰে তেওঁৰ পুত্ৰেকহঁতলৈ আঙুলিয়াই কৈছিল—"মই বুঢ়া হৈ আহিলোঁ, হয়তো আৰু বেছিদিন নাবাচিম ; কিন্তু ইহঁত থাকিব, সিহঁতক নাপাহৰিবি।"
আকৌ ল'ৰাহঁতক কৈছিল—"চাহাবৰ উপদেশ আৰু পৰামৰ্শ ল'বিহঁক আৰু সেইমতে চলিলে তহঁতৰ উন্নতি হ'ব।"—*Ibid.*; also *Journal*, Mrs. Bronson 2 October 1841.
32. *Letter*, Bronson 10 December 1840.
33. *Letter*, Brown 8 September 1841.
34. *Journal*, Bronson 10 April 1843.
35. 'The First Annual Meeting, Baptist Association of Assam', see *BMM*, May 1852.
36. Merriam, *A History of the American Baptist Mission*, p.124.
37. *Journal*, Brown 22 September 1834.
38. Gammell, *op. cit.*, *p.* 225; also Thirty-ninth Annual Report, *BMM*, 1853, *BMM*, p. 292.
39. Sword, *op. cit.*, p. 87.
40. Downs, F.S., *The Mighty Works of God*, p. 42.
41. *Ibid*, p. 43.
42. *The Whole World Kin*, *p. 270*.
43. *Letter*, Danforth 10 July 1857.
44. *Letter*, Bronson 3 November 1856 : *BMM*, July 1856, *AR*, pp. 249-50.



45. Report of Foreign Secretary, American Baptists Missionary Union, *BMM*, January, 1855.
46. *Ibid.*
47. Moore, P.M., 'Nowgong Field' ; see *Jubilee Papers*, pp.31ff.
48. Downs, *op. cit*, p. 85 ; বাৰ্কাৰৰ মতে কছাৰীসকল অসমৰ 'কাৰেন'। তেওঁ লেখিছিল— 'The Karens are a tame, industrious, agricultural and united people. So are the Cacharis. While the Nagas are a wild, warlike, divided and scattered races. Perhaps there is no class of people split up into more clans and factions than the Nagas and the highest honour sought and conferred by them are conferred on those who have fallen upon and murdered their enemies of another clan.. but not so with the Cacharis. They are a quiet agricultural people and scarcely possessed and instrument of war or the knowledge of war song or a war dance. *Journal*, Barker 25 April 1849.
49. *FPP*, 1846; 14 March, No. 49.
50. *FPP*, 1847 ; 17 July, No. 23.
51. Mission to the Assamese, *BMM*, July 1868, pp. 254 ff.
52. Merriam, *op cit.*, p. *120* :
53. Rivenburg, S.W., 'Ao Naga Mission', see *Jubilee Papers.*
54. *BJP*, 1873 ; January, Nos. 20-1.
55. *Ibid*
56. Rivenburg, *op. cit.*
57. Sword, *op.cit.*, p. 108, Perrine, S.A., 'Report from the Ao Naga Field,' *Fourth Triennial Conference*, 1895.
58. *Ibid.*, pp. 105 ff ; Rivenburg, 'Angami Mission', see *Jubilee Papers.*
59. *Ibid*, also Witter, W.E., 'Lhota Mission'.
60. Merriam, *op.cit.*, pp. 126 and 131. Petrick, C.E.: 'Tea Garden Coolies, *Fifth Triennial Conference*, 1899.
61. 'It may indeed be questioned whether in any other part of our mission so liberal contributions have been made and so uniform and generous interest has been manifested by the English Residents of the country'. Gammel, *op. cit.*, p.221.
62. Barpujari, H.K., *Problem of the Hill Tribes : North-East*

*Frontier* ; i, p. 186.

63 *The Whole World Kin*, p. 224.

64. Sword, *op. cit.*, p. 44.

65. *Infra*, Section V.

66 *Ibid*.

67. ব্ৰন্সনে লিখিছে —'What are the present prospects for assistance ? Six months for this letter to reach its destination—six months more to procure missionaries—nine months for them to arrive at this place—and two ears at least to become located and to acquire enough to the language to interpret, and to carry out successfully the truths contained in a few books we have been able to prepare.' *Letter*, Bronson 25 August 1840.

68. Ward, Mrs. S R., *Glimpse of Assam*, pp. 207 ff.

69. *Infra*, section V.

70. *Ibid*.

71. See General Secretary's Report, June 1980, *The Council of Baptist Churches in North-East India*, Gauhati. (Private circulation)

72. Sword, *op. cit.*, p. 119

73. Downs, *op. cit.*, p. 82-3.

74. *Journal*, Bronson 12 November 1843.

75. *Ibid*.

76. Gurney, Rev. A.K., 'Hindoos in Assam', *BMM*, 1877. p. 269-70.

77. Radhakrishnan, S., 'Hinduism and the West', *Modern India and the West*, p. 339.

78. Gurney, *op. cit.*, 270.

## দ্বিতীয় অধ্যায়

1. *Journal*, Brown 11 June 1836.

2. *AR*, 1839, *BMM*, p. 146.

3. 'Report of the American Baptist Mission Union', *BMM*, August 1846.

4. Orell Keeler, 'Women's Work', *Jubilee Papers*, pp. 184-5 : ১৮৪৩ চনৰ বছৰেকীয়া প্ৰতিবেদনত লেখা আছে—'The Children are



uniformly disposed to come, but prejudices of parents against the education of females is very strong. In one case the mother, to prevent the child attending school, sold it for three rupee', *BMM*, 1843 June, p. 160 ; also *The Whole World Kin*, p. 224.

5. Annual Meeting of the Assam Mission, 1850 ; *BMM*, May 1852, p. 132 ff.

6. Report of Assam Baptist Mission Union, *BMM*,1846 p.251.

7. *Letter*, Bronson 1 April 1840.

8. *AR*, 1839, *BMM*, p. 160.

9. Report of the Assam Baptist Mission Union, 1845, *op. cit.*

10. Annual Meeting of the Assam Mission , *op. cit.*

11. Report of the Assam Baptist Mission Union, 1845, *op.cit.*

12. Annual Meeting of the Assam Mission, 1850, *op.cit.*, pp. 137 ff.

13. Report of the Foreign Secretary, *BMM*, February 1855, pp. 40 ff.

14. Downs, F.S., '*The Mighty Works of God* ; p. 40 ; Forty Eight, *AR*, July 1862, *BMM*, p. 270.

15. Despatch from the Secretary of State, 7 April 1859, No. 4, paras 34 & 59.

16. *Ibid*, 23 January 1864, No. 2, para 2; *BEP*, 1867 ; 24 May No. 3 ; also 27 July, No. 20.

17. Fifty-Eighth, *AR*, July 1872, *BMM*, p. 264.

18. Carey, W., *The Garo Jungle Book*, pp.141-3, 237 and 241 ; *Garo Hills Administrative Report*, 1878-9.

19. Orange, H.W., *Quinquinnial Review on the Progress of Education in India*, 1902-7, Calcutta, 1909.

## তৃতীয় অধ্যায়

1. Ward, Mrs S.R., *Glimpse of Assam*, p. 207.

2. *Letter*, Brown 6 March 1837.

3. *Ibid*, also *Letter*, Brown 1838, *BMM*, p. 7, 'Adaption on Roman Character etc.'

4. *Journal*, Brown 1 January 1838.

5. *The Whole World Kin,* p. 416, *also* Brown to Bronson 5 October 1854.
6. *Journal,* Brown 29 October 1838.
7. Brown, *Grammatical Notices of the Assamese Language,* Preface, pp. ix-x, Brown to Bronson, *op. cit.*
8. *Journal,* Brown 10 October 1842.
9. *Ibid.,* also *BMM,* July 1844, *AR,* pp. 212-3.
10. *BSPC.,* 1826 ; 7 July, No. 31.
11. Barpujari, H.K., *Assam ; In the Days of the Company* (1980) p.24.
12. *Ibid.* p. 51, also *BPC,* 1831, 10 June No, 51.
13. *BPC,* 1830 ; 30 April, Nos. 65-6; Pol. Department's reply; April; also 'A Few Remarks on the Assamese Language', p. 32, *see* Neog, M , *Anandaram Dhekiyal Phukan : Plea for Assam & Assamese.*
14. কাছাৰীৰ গোচৰ আদিত যদিও বঙলা ভাষাৰ প্ৰচলন হৈছিল, পৰিবৰ্তনৰ কাল-ছোৱাত ইংৰাজী, পাৰ্ছী আনহে নালাগে সময়ে সময়ে অসমীয়া ভাষাও ব্যৱহাৰ কৰা হৈছিল। কামৰূপৰ জিলাধিপতি বগ্‌ল (Bogle) চাহাবে কয়— 'With the exceptions of *rebakaris to* the other country which are written in persia 1, the language used in every department in Bengali Language or Assamese, which is nearly the same.' *BRC,* 1836 ; 1 March, No. 40 ; *see* Matthie, 51 Feb.uary and Bogle 1 September, 1835.
15. Report of the Foreign Secretary, *op.cit.,* p. 35.
16. Mills, A.J.M., *Report on Assam,* 1854, Appendix J.
17. *Ibid,* para 92. In this chapter the writer has highlighted only the role of the American missionaries in the language controversy ; for further details see Assam Commissioner, File No. 471 ; 1862-73. *Assamese Language,* or Selection of Records of Bengal Government, XXII.
18. *BEP,* 1855 ; 1 March, No. 94 ; *also* 1854, 16 March, No 32.
19. *See* Neog, M., *Anandaram Dhekiyal Phukan : Plea for Assam & Assamese,* pp. 121 ff.
20. *BMM,* July 1856, *AR,* p. 283.
21. *Jounal,* Brown 22 September 1843.
22. Bronson, Miles, *Assamese-English Dictionary,* see preface—আভাস



23. *BEP,* 1855 ; *op. cit.,* No. 93 ; Bronson 13 November 1854.
24. *Ibid,* Danforth to Bronson, 30 October, 1854 ; স্কুলবিলাকত বঙলাভাষা প্ৰচলনে ছাত্ৰবিলাকৰ যি অনিষ্ট সাধন কৰিছিল, সেইবিষয়ে সঁকীয়াই তেওঁ মিলছ্ চাহাবলৈকো লেখিছিল—'The boys are set to learning Bengalee; they spend a year or two in running over, parrot-like, unmeaning words and sentences without the slightest idea of what that read......how could we expect there should be either interest in education policy or advancement in study......this feature of education policy....(is) destructive of the highest motive of education, and must necessarily cripple the advancement of the schools as well as separate them from the sympathies of the people. Mills, *op.cit.* Appendix I.
25. *Report of the Public Instruction, Bengal,* 1863-4, Appendix A, p. 281.
26. Assam Commissioner, File No. 471, 1862-73.
27. মিলছৰ প্ৰতিবেদন আৰু ঢেকীয়াল ফুকনৰ 'অসম প্ৰদেশৰ প্ৰশাসন সম্পৰ্কে পৰ্যালোচনা' খন প্ৰকাশ নোহোৱালৈকে স্বাৰ্থজড়িত মহলে যে মূৰ দাঙি উঠিছিল—এই বিষয়ে আমাৰ সাক্ষ্যৰ অভাৱ। চৰকাৰী নথি-পত্ৰবপৰা এইটো বঢ়িয়াকৈ বুজা যায় যে, অসম আৰু কলিকতীয়া বিষয়াৰ উপৰিও, মিছনেৰী-সকলে ইচ্ছা কৰা মতে নিভাঁজ অসমীয়া ভাষা স্কুল-কাছাৰীত প্ৰৱৰ্তন হোৱাতো সমীচীন হ'বনে নহয়—সেই বিষয়ে অসমীয়া মানুহবো ঠায়ে ঠায়ে মতভেদ আছিল। ইয়াৰবাবে, নক'লেও হ'ব, ওপৰুক্ত মহলে সংগঠিত আৰু সবল হৈ ১৮৭৩ চনৰ আদিভাগত কেম্পবেল চাহাবৰ আদেশ নোহোৱালৈকে বিৰোধী আন্দোলন চলাবলৈ সক্ষম হৈছিল। —*also* see Barpujari, *Political History of Assam,* (*ed*), *pp.* 139-40.
28. *Op.cit.,* see Memorial of Bronson and others, 9 March 1872.
29. *Ibid,* Resolution of the Government No. 1537 G, dated 19 April 1873.
30. Report of the Foreign Secretary, *op. cit.,* p. 38.
31. *BJP,* 1846 ; 3 February, No. 38.
32. Kar, P.C., 'An Outline History of the Garo, Literature', *North—Eastern Affairs, Annual* 1973, pp. 29 ff.
33. *BEP,* 1863 ; 27 August, No, 18.
34. *BEP,* 1864, ; 8 January, No. 25.
35. *FPP* (A), 1873 ; October, No. 123.

36. Kar, P.C., *op.cit.*, pp. 35-6.
37. Barpujari, S.K., 'Naga Education in the Nineteenth Century', *Highlanaer*, pp. 24-30.
38. *BJP*, 1874 ; August, No. 274
39. *FPP*, 1874 ; August, No. 274.
40. *Report-on the Progress of Education, Eastern Bengal and Assam*, 1901-2, 1906-7.
41. Choube, S.K., *Hill Politics in North-East India*, pp. 57-8

## চতুৰ্থ অধ্যায়

1. *A few Remarks on the Assamese Language and on Vernacular Education in Assam* by *a Native*, p. 48 See Neog, M., *Anandaram Dhekiyal Phukan*; also *Report of the Public Instruction*, Assam, 1878-81.

   Of the authors whose books were prescribed mentioned may be made of গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা, পদ্মহাস গোস্বামী, কালীৰাম বৰুৱা, পদ্মাৱতী দেৱী, দিনবন্ধু তৰ্কালংকাৰ আৰু ৰজনীকান্ত চক্ৰবৰ্তী।
2. *Ibid*, ĀSĀM, *BMM*, 1839, p 145.
3. *The Whole World Kin*, p. 386.
4. *Letter*, Bronson 1 September 1844.
5. *Op.cit.*, p 412-3 ; *Journal*, 1 May 1837.
6. *Ibid.*
7. *Ibid.*
8. Brown, *Grammatical Notices of the Assamese Language* (1848) see Preface.
9. *Ibid*; also *A Few Remarks on the Assamese Language* etc. *op.cit*, p.46.

   A detailed discussion on the subjects has been made by Dr. Banikanta Sarma in his unpublished thesis *Contributions of the Christian Missionaries to the Growth and Development of Assamese Language and Literature During Nineteenth Century* (G.U., 1979).
10. Bronson, *Assamese-English Dictionary*, see Preface—আভাস।
11. *Letters*, Bronson Sibsagar 19 April and 2 May 1865.
12. *Letter*, Mrs Bronson, 8 August 1865.



13. Gunn, H.B., *In a Far Country*, pp.163-4.
14. Bronson, *Assamese-English Dictionary*, *op. cit.*
15. Baruah, H.C., *Hemkosha*, see Preface.
16. Moore, P.H., *Grammatical Notes of the Assamese Language*, (1893). see Preface.
17. *Jubilee Papers*, p. 254.
18. For further details, see *A Few Remarks on the Assamese Language* etc. ; *op. cit*, pp. 48-52; also Neog, D., *New Light on the History of Assamiya Literature*. pp. 345-6.
19. *Letter*, Brown to Danforth, 4 July 1854.
20. 'Miscellany : Newspaper in Assamese', *BMM*, September 1846.
21. *Letter*, Whiting, 20 February 1858.
22. *Op.cit.*, p.419 : also *see* George Gillespie, 'The Orunudoi,' *Journal of Gauhati University*, 1975-6, pp. 125-39.
23. *Journal*, Brown 23 August 1844.
24. *Ibid*, 25 February 1840.
25. Baruah, B.K., *Modern Assamese Literature*. p. 5.
26. Neog. D, *op.cit.*, p. 360-1.

## পঞ্চম অধ্যায়

* বিশেষকৈ যি জনজাতিবিলাকৰ ওপৰত মিছনেৰীসকলে পিছৰফালে বেছিকৈ দৃষ্টি আকৰ্ষণ কৰিছিল, সিবিলাকৰ সাজ-পোছাক, আচাৰ-ব্যৱহাৰ, খাদ্য-সম্ভাৰ, স্বভাৱ আৰু চিন্তাধাৰাৰ সম্পৰ্কে বিশদ বিৱৰণ পোৱা যায়। এই সমলসমূহ ইতিমধ্যে প্ৰকাশিত পুথি-পাজিৰ।

1. *Letter*, Danforth 19 July 1849 ; Mason, Rev. M.C., 'The People of Assam', *BMM*, 1880, pp. 327 ff.
2. *Journal*, Brown 15 October 1843 ; *Letter*, Danforth 20 June 1851 ; *BMM*, 1854 : pp. 305-6, see *AR*.
3. *Journal*, Brown 31 March 1840.
4. উদাহৰণ স্বৰূপে ১৮৫৮ চনত (চিপাহী বিদ্ৰোহৰ পিছতে) বৰষুণৰ অভাৱত উৎকট খৰ হৈ ভাঁড়ৰ আকাল হয়। সেই সময়ত হুইটিঙে কয়—

   'Rice, ordinarily sold at two pice a seer is now two annas a seer or twelve times higher than usual ; a man's wages are five pice a day ; he usually eats a seer or a seer and a half of rice per day. That is his

rice, at present price would cost him twelve pice or one day's ordinary food would cost him two and half a days labour.' *Letter*, Whiting, 6 April 1858 ; *Jubilee Papers*, p. 10.

5. *Letter* Brown, 16 February 1841 ; 'Report on the Committee on Mission in Assam', *BMM*, 1891, p. 205.
6. *Journal*, Barker, 17 October 1840 ; *also* for the year 1843.
7. *Journal*, Bronson, March 1838 ; 17 February 1842.
8. *Letter*, Bronson, June 1845 see *BMM*, pp. 121 ff.
9. *The Whole World Kin*, pp. 355-6.
10. *Ibid*.
11. *Letter*, Danforth, 25 June 1851.
12. *Journal*, Barker, 22 November 1842.
13. *Op. cit*, p. 357.
14. *Op. cit*, p. 384.
15. *Jubilee Papers*, p. 14.
16. *Journal*, Barker, 17 January 1842.
17. *Journal*, Bronson. 22 October, 1838.
18. *Letter*, Bronson, 1844 ; see *BMM*, June 1845, pp. 121ff.
19. *Journal*, Brown, 4 November 1838.
20. *Letter*, Whiting, 6 April 1858.
21. *Letter*, Bronson 1844, *Op. cit.* : কানি ৰবৰিহৰ সম্পৰ্কে মিছনৰ বৈদেশিক সচিবেও কঠোৰ মন্তব্য কৰিছিল — 'I know nothing in the history of Assam more withering in its influence and more disheartening. If we would retain hope of that province, the opium plague must be stayed. It enfeebles alike body and mind, and prepare the way for that fearful scourge, the cholera, whose victims in Assam the last year were numbered by tens of thousands.' Reports of the Foreign Secretary. *BMM*, January 1855. p. 4.
22. Fifty-Seventh Annual Report, *BMM*, p. 247.
23. *Journal*, Brown, 21 January 1842.
24. *Journal*, Whiting, 14-5 January 1853.
25. *Ibid*.
26. *Journal*, Brown, 4 May 1843; Barker, 12 November 1841.
27. *Journal*, Barker, 21 November 1842.
28. *Journal*, Bronson, 18-9 February 1843.
29. *Letter*, Bronson, 12 February 1843.



30. *Letter*, Bronson, 1844 ; *op.cit.*
31. *Ibid.*
32. *Journal*. Brown, 1 May 1842 ; 29 March 1850.
33. *Journal*, Barker, 21 November 1842 ; Brown, 3 May 1843.
34. *Journal*, Bronson, 15-6 February 1843, *BMM*, 1844 ff.
35. ১৮৪৩ চনৰ ১৬ ফেব্ৰুৱাৰীৰ দিনা ব্ৰন্সনে ৰামপুৰৰ ভদ্ৰদেউক সাক্ষাৎ কৰিছিল। তেতিয়া তেখেত অতি বৃদ্ধ হৈছিল। যোৱা কুৰি বছৰ ধৰি, পুতেকসকলে কয়, তেখেতে সামান্য গাখীৰ আৰু আকাশীগংগাৰ পানীহে খাইছিল।
36. *Journal*. Brown, 30 October 1841.
37. *Letter*, Bronson, 10 April 1843 ; also 1844, *op. cit.*
38. Butler, J. *Travels in Assam*, p. 241.
39. *Journal*, Brown, 1 May 1842.
40. Report of the Foreign Secretary, *BMM*, *op. cit.*, p. 8.
41. *Journal*, Barker, for the year 1843.
42. Report of the Foreign Secretary, *op. cit.* ; *Journal*, Bronson 28 June 1852.
43. *FPP*, 1838 ; 4 April, No. 121, para 118 ; Dhekial Phukan, Haliram, *Assam Buranji*, p. 94 ; *Letter*, Bronson 10 February 1843.
44. *Journal*, Bronson, 1863 ; see *BMM*, 1864 July, pp. 164-5.
45. 'Mission to the Assamese', Fifty-fifth *Annual Report*, *BMM* pp. 249-50.
46. *Journal*, Danforth, 24 November 1852 to 31 May 1853. observations by Cutter, 22 February 1842.
47. *Jubilee Papers*, p. 15 ; *Letter*, Whiting, January 1854 ; Tour observations by Cutter, 22 February 1842.
48. *Ibid*, *Journal*, Brown, 20 January 1842.
49. *Jubilee Papers*, p. 16 ; *Journal*, Whiting, 9 November 1854.
50. *Letter*, Mrs Bronson, 8 August 1865.
51. *Mills*, see Appendix K. B.
52. *Letter*, Stoddard : 'Education of Females', 17 September 1867 ; *also* Orell Keeler, 'Women's Work,' *Jubilee Papers*, pp. 184-5.
53. Letter from the ĀSĀM Mission, 1 June 1839 ; *BMM* 1840, pp. 29-30.
54. *Journal*, Barker 14 and 26 April 1841 ; Tour Observations

by Cutter, *op.cit.*
55. *Journal*, Brown, 1 September and 23 December 1841.
56. *Journal*, Brown. 6 July 1841.
57. *BMM*, July 1844, *AR*, pp. 210 ff.
58. *Journal*, Barker, 10 January 1842 ; Brown, 13 Dec. 1841.
59. Tour Observations by Cutter, *op.cit.* ; *Journol*, Barker, 3 September, 1840 ; Brown, 6 and 8 July 1841.
60. *Ibid* ; *Journal*, Brown, 20 December 1841.
61. *Letter*, Danforth, 19 July 1849 ; Tour Observations by Cutter, *op. cit.*
62. *Ibid* ; *also* Barpujari, H.K., *Assam* ; *In the Days of the Company*, p. 222.
63. *Journal*, Whiting, 20 January 1854.
64. Burdette, C.E., 'Gauhati Field', *Jubilee Papers*, p. 45 ; *BMM*, July 1868, *AR* 258-9.
65. *Ibid.*
66. *Journal*, Brown, 23 December 1844.
67. Comfort, Gauhati, March 1869, see *BMM*, 1869, p.355.
68. *Ibid.*
69. *Journal*, Bronson, *BMM*, June 1864, pp. 164-5.
70. *Jubilee Papers*, p. 10.
71. *Letter*, Stoddard, 17 September 1867.
72. *Journal*, Brown, 8 January and 6 March 1838.
73. *Journal*, Brown, 24 September 1838.
74. 'Miscellany', *BMM* 1846, p. 290.
75. *The Whole World Kin*, p.225.
76. Bhuyan, S.K. (ed), *Deodhai Assam Buranji* (1962), p.160 ; *Jubilee Papers*, p. 251.
77. Danforth, 'Mutiny in India', *BMM*, November 1857, pp. 390ff.
78. *See* Barpujari H.K., *Assam* : *In the Days of the Company*, p. 185 & 68.
79. *Letter*, Bronson, 30 September 1857.
80. Gurney, A. K., 'Sibsagar Field', *Jubilee Papers*. p. 25.
81. Fifty-Eighth Annual Report, *BMM* 1862. pp. 271-2.
82. *Letter*, Whiting 6 April 1858.
83. *BMM*, see *Journal* of Ward, p. 459.



84 *Letter*, Danforth, 20 June 1859.
85. Bronson, F.H., 'Assam After Fourteen years Absence', *BMM*, 1872, p. 494.
86 Barpujari, S.K., 'Early Christian Mission in Naga Hills: An Assessment of their activities'; *Journal of Indian History*, XLVIII, pt, ii (1970), p.433-4.
87. *Ibid.*

## ABBREVIATIONS

*AR* : Annual Report Assam Mission.
*BEP* : Bengal Educational Proceedings.
*BJP* : Bengal Judicial Proceedings.
*BPC* : Bengal Political Consultations (Proceedings)
*BRC* : Bengal Revenue Consultations.
*BSPC* : Bengal Secret and Political Consultations.
*BMM* : Baptist Missionary Magazine.
*FPP* : Foreign and Political Proceedings.
*Jubilee Papers*: 'Assam Mission of the American Baptist Missionary Union' Papers and Discussions of the Jubilee Conference, Nowgong, 1886.
*Mills* : *Report of Assam 1854* by A.J. M. Mills.

## SELECT BIBLIOGRAPHY

### Primary Sources : Unpublished and Published


1. American Baptist Foreign Mission Society : 1800 Correspondence : Select files.
2. Official Documents, National Archives of India, New Delhi and West Bengal State Archives, Calcutta. (Select Papers)
3. Biographical Files, Baptist Historical Society, Colgate School of Divinity, Rochester, New York.
4. *The Baptist Missionary Magazine*, 1836-1900, Boston.
5. *The Assam Mission of the American Baptist Missionary Union, Papers and Discussions of the Jubilee Conference*, Nowgong, *1886*.
6. *The Orunodoi*, American Baptist Mission Press, Sibsagar.
7. Periodical Accounts of the Serampur Mission (select

Papers only)

8. Mills, A.J.M., *Report on Assam*, 1854. *A Few Remarks on the Assamese Language By a Native*; Neog. M., *Anandaram Dhekiyal Phukan : Plea for Assam & Assamese*.

**Contemporary and other works**

1. Brown, E.W., *The Whole World Kin*, Experience Among Remote Tribes, and other Labors of Nathan Brown, Philadelphia, 1890.
2. Bennet, Albert, Arnold, *A Biographical Sketch of Nathan Brown* : Yokohama, 1895.
3. Gammell, Williams, *A History of American Baptist Mission*, Boston, 1850.
4. Gunn, H.B., *In a Far Country : A Story of Christian Hersism and Achievement*, Philadelphia, 1811.
5. Merriam, E.F., *A History of American Baptist Mission*, Philadelphia, 1913.
6. Ward, Mrs S.R., *A Glimpse of Assam*, 1884.
7. 'A Few Remaks on the Assamese Language and on the Vernacular Education in Assam : By a Native : Sibsagar, 1855. See Neog, M.; *Anandaram Dhekial Phukan : Plea for Assam and Assamese*, Jorhat, 1977.
8. Carey, W., *The Garo Jungle Book*, Tura, 1966.
9. Downs, F.S., *The Mighty Works of God*, Gauhati, 1971.
10. Sword, V.H., *Baptists in Assam : A Century of Missionary Service*, 1836-1936, Chicago, 1935.
11. Torbet, R.G., *Venture of Faith*, Philadelphia, 1955.

## শুদ্ধৰণী-পৃষ্ঠা

| পৃষ্ঠা | শাৰী | হৈছে | হ'ব লাগে |
|---|---|---|---|
| ১২ | ২১ | **Brown** | **Bronson** |
| ১৪ | ৭ | স্ব-ধৰ্মৰ | খ্ৰীষ্টধৰ্মৰ |
| ২১ | ১৬ | বাটলৰেৰ | বাটলাৰৰ |
| ২২ | ২৪ | তেওঁৰ বঙলাটো | তেওঁৰ জয়পুৰৰ বঙলাটো |
| ২৫ | ৯ | যাতায়াতৰ | সাতসাগৰ |
| ৪১ | ৯ | অগণন | ভালেমান |
| ৪২ | ৫ | চেকীয়াল | ঢেকিয়াল |
| ৪২ | ৬ | মূলঃ | মূলতঃ |
| ৪২ | ১৭ | **বৃটিছ চৰকাৰৰ** | **কোম্পানীৰ বিষয়াসকলে** |
| ৪২ | ২৪-৭ | ....প্ৰমাণ....স্পষ্ট হৈ পৰিছিল। | ...প্ৰমাণ কোম্পানীৰ আমোলৰ আগভাগত আৰু পিছৰকালৰ বৃটিছ-বিৰোধী আন্দোলনৰ প্ৰতি সিবিলাকৰ আওকণীয়া সমৰ্থনৰ......পৰিছিল। |
| ৪৬ | ৭ | খাতমি | খামটি |
| ৫৪ | ২ | প্ৰিমিয়াৰৰ | প্ৰাইমাৰৰ |
| ৫৪ | ১০ | প্ৰিমিয়াৰৰ | প্ৰাইমাৰৰ |
| ৫৭ | ৪ | পাণ্ডুলিপিখন | সেই পাণ্ডুলিপিখন |
| ৫৭ | ২০ | ইংৰাজী–অসমীয়া | অসমীয়া-ইংৰাজী |
| ৬৪ | ২১ | দৰং দেশ | দেশ দৰং |
| ৮৮ | ৮ | ১৮৪৬ | ১৮৬৪ |
| ৮৯ | ৫ | কেপৰ মাজেদি | উত্তঃমাশা অন্তৰীপৰ কাষেদি |
| ১০২ | ২৭ | সম্প্ৰতি···নোৱাৰে | (পাদটীকা ৮৬ ৰ পিছৰপৰা পৃথক পৰিচ্ছেদ হ'ব) |

